# প্ৰত্যুষৰ প্ৰতীক্ষা

বঙ্কু হাজৰিকা




অসমী প্ৰকাশন :
আনন্দৰাম বৰুৱা পথ
পানবজাৰ, গুৱাহাটী-১

PRATYUSHAR PRATIKSHYA : An Assamese Novel written by RANJU HAZARIKA, Published by Narayan Das, on behalf of Asomi Prakashan, Anandaram Baruah Road, Panbazar, Guwahati-1. Price : Rupees Fifteen Only

প্ৰকাশক :

নাৰায়ণ দাস

অসমী প্ৰকাশন

পানবজাৰ, গুৱাহাটী--১

প্ৰথম প্ৰকাশ ১৯৮৬ (জুন)

মূল্য-- পোন্ধৰ টকা মাত্ৰ

মুদ্ৰক :

নেচনেল প্ৰিণ্টাৰ্ছ

[illegible] ৰোড,

উলুবাৰী,

গুৱাহাটী-[illegible]১০০৭

## একাষাৰ ঃ

প্ৰত্যুষৰ প্ৰতীক্ষা এখন উপন্যাস। উপন্যাসৰ পটভূমি এখন বৰ্বৰজগত— অনেক দূৰৰ মহাসাগৰৰ মাজৰ এটা দ্বীপ। য'ত নৰবলি নৰভক্ষণৰ প্ৰথা আছে— লজ্জা নিবাৰণৰ বাবে য'ত নিজৰ দেহক আচ্ছাদিত কৰিব নাজানে। তেনে এক দ্বীপত দুৰ্ঘটনা ক্ৰমে উপস্থিত হ'ল এক নাৰী সভ্যজগতৰ এক শিক্ষিতা নাৰী। সেই নাৰীৰ প্ৰেমত পৰিল এক বৰ্বৰ অসভ্য যুৱক; যি নিজৰ প্ৰাণৰ মমতা পাহৰি সেই যুৱতীক লৈ পলাই গুচি গ'ল আন এক দ্বীপলৈ। কিন্তু এই মিলন জানো সম্ভৱ? বৰ্বৰ যুৱকৰ হৃদয়ৰ আস্থানত সোমাব পাৰিব জানো সভ্য দেশৰ এক শিক্ষিতা যুৱতীয়ে? কিন্তু যিটো দ্বীপৰ পৰা উদ্ধাৰৰ আশা নাই—য'ত সেই বৰ্বৰ যুৱকজনেই একমাত্ৰ আশ্ৰয়—তাত সেই বৰ্বৰ যুৱকৰ বাহুত ধৰা দিয়াৰ বাহিৰে জানো আন কিবা উপায় আছে?

কিন্তু এয়া জানো প্ৰেম? নে নিতান্ত এক আসক্তিৰ তাড়না? বিচলিত যৌৱনৰ উদ্‌ভ্ৰান্তি এয়া। এই আসক্তি প্ৰেম হ'ব নোৱাৰে, অনুৰাগো নহয়। এয়া মাথোন দেহ সুখ লাভৰ অভিলাষ।

কিন্তু যুৱক! সেই যুৱতীক পাবৰ কাৰণে সি সকলো বিপদেই মূৰ পাতি লৈছে। মৃত্যু ভয়ো নাই তাৰ। আছে মাথো মিলনৰ প্ৰবল আকাংক্ষা। এজন বৰ্বৰৰ প্ৰতীক, আনজন সভ্য জগতৰ প্ৰতীক। কিন্তু ইয়াততো বৰ্বৰ বা সভ্য এইবোৰৰতো অৰ্থ নাই—অৰ্থ মাত্ৰ এটাই, সেয়া হৈছে মিলন। জাতি-ধৰ্ম, শিক্ষা-অশিক্ষা, সভ্য অসভ্য—এইবোৰৰ প্ৰশ্ন নাই।

বিচিত্ৰ কাহিনী—বিচিত্ৰ চৰিত্ৰ গভীৰ ৰহস্যময় মানৱজীৱনৰ অন্তৰতম হৃদয় স্পন্দন অনুভৱ কৰিব পৰা উপন্যাস —প্ৰত্যুষৰ প্ৰতীক্ষা।

উপন্যাসখনৰ প্ৰকাশৰ দায়িত্ব অসমী প্ৰকাশনৰ স্বত্বাধিকাৰী শ্ৰীযুক্ত নাৰায়ণ চন্দ্ৰ দাসে আন্তৰিকভাৱে গ্ৰহণ কৰাত মই তেখেতৰ ওচৰত চিৰকৃতজ্ঞ।

বন্ধু হাজৰিকা

যাৰ আগ্ৰহ প্ৰেৰণা আৰু উদগনিত
'প্ৰত্যুষৰ প্ৰতীক্ষা' ৰ প্ৰতিটো
শব্দ আৰু নামটোৰ সৃষ্টি হ'ল,—
প্ৰণীতাৰ হাতত।

—বন্ধু—

## ॥ এক ॥

মাৰ্চ মাহৰ চাৰি তাৰিখ। পুৱা নবজাৰ লগে লগে 'বুমাৰেং নামৰ জাহাজখনে বন্দৰ এৰিব। বাৰবেডজ বন্দৰ—ৱেষ্ট ইণ্ডিজৰ বিখ্যাত বন্দৰ। গন্তব্য স্থান আমেৰিকাৰ পূব উপকূলৰ নৰফোক বন্দৰ। অৱশ্যে অনেক ঘূৰি পকিহে নৰফোকত গৈ উপস্থিত হ'ব। এক দীঘলীয়া যাত্ৰা।

জাহাজৰ কেপ্টেন জৰ্জ বোনিলা এজন সুদক্ষ আৰু অভিজ্ঞ নাবিক। তেনে এজন সুদক্ষ নাবিক দ্বিতীয় এজন নাই বুলিলেই হয়।

বন্দৰৰ পৰা জাহাজ এৰাৰ ঠিক আধা ঘণ্টাৰ আগতে এখন ঘোৰা গাড়ী আহি একেবাৰে ডকত ৰ'লহি। গাড়ীখনৰ পৰা পোনতে এজন যুৱক নামিল। সুন্দৰ চেহেৰাৰ যুৱকক দেখিলেই প্ৰাচ্যৰ লোক যেন অনুমান হয়। বয়স ২৮-২৯ৰ বেছি নহয়। তাৰ পিছতে নামিল এগৰাকী ২৪-২৫ বছৰ বয়সীয়া যুৱতী। যুৱতীৰ ৰূপৰ তুলনা নাই। বেচ গম্ভীৰ, নীলা চকু দুটিত সতৰ্কতাৰ দৃষ্টি। অনেক যুৱতী আছে, অত্যন্ত সুন্দৰী আৰু আকৰ্ষণীয়া। কিন্তু চকুৰ আঁৰ হ'লেই সেই মুখ বিস্মৃতিৰ অতল গৰ্ভত লুকাই যায়। কিন্তু এই যুৱতীৰ মুখলৈ এবাৰ চালে যেন সততাই পাহৰিব নোৱাৰি। যুৱতী গৰাকীৰ ৰূপত এনে কিবা আছিল, যাৰ কাৰণে সেই মুখমণ্ডল পাহৰি যোৱা অসম্ভৱ। তেওঁ অনন্যা।

ক'ৰবাৰ পৰা কেপ্টেন লৰি আহি দুয়োকো সম্ভাষণ জনাই ক'লে, : আপোনালোক আহি পালেহি; মই আৰু' আপোনালোকৰ বাবে চিন্তাই কৰি আছিলোঁ।

: আমাৰ পলম হোৱা নাইতো ?—যুৱকে হাঁহি মাৰি সুধিলে।

: নাই, আপোনালোক উচিত সময়তে আহিছে। —কেপ্টেন জৰ্জ বোনিলাই ক'লে।

: আমাৰ আনবোৰ মানুহ ইতিমধ্যে নিশ্চয় আহি পালেহি। —যুৱকে পুনৰ প্ৰশ্ন কৰিলে।

: হয়, আহক।

কেপ্টেন জৰ্জ বোনিলাই দুয়োকো আগবঢ়াই নি জাহাজত উঠালেগৈ। জাহাজত উঠাৰ পিছতে সমুদ্ৰৰ বতাহৰ স্পৰ্শত যুৱতী আনন্দত উৎফুল্ল হৈ পৰিল।

: জাহাজখন সঁচাকৈয়ে ধুনীয়া। ইমান অত্যাধুনিক জাহাজত পূৰ্বে মই কেতিয়াও উঠা নাই। —আনন্দতে যুৱতীয়ে ডেকৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে।

: তুমি পিছতো ঘূৰিবা ৰীতা, আহা আমি আগতে আমাৰ বন্ধুবৰ্গক লগ ধৰি আহোঁ। —যুৱকে ক'লে।

ৰীতাই হাঁহি মাৰি উভতি আহিল।

কেপ্টেনে দুয়োকো কেবিন এটালৈ লৈ গ'ল।

যুৱকৰ নাম আইভান। ৰীতা আৰু আইভান দুয়ো 'চচাইটি ফৰ দি ষ্টাডি অৱ্ দি আন্ এক্সপ্লেন্ডৰ সদস্য। উক্ত প্ৰতিষ্ঠানৰ আৰু কেইবাজনো সদস্য জাহাজখনত আহিছে। তেওঁলোক প্ৰত্যেকেই যাব আমেৰিকালৈ নৰফোক বন্দৰ হৈ। প্ৰতিবছৰৰ দৰে এইবছৰো তাত পৃথিৱীৰ বিভিন্ন ৰহস্য সম্পৰ্কে বিস্তৃত আলোচনা হ'ব।

ৰীতা আৰু আইভান কেবিনত সোমোৱাৰ পিছতে কেপ্টেন কিছু সময়ৰ কাৰণে বিদায় লৈ ওলাই গ'ল।

ৰীতাই কেবিনটো ঘূৰি ঘূৰি চালে।

: কাইনুন্। —ৰীতাই উচ্চাৰণ কৰিলে।

:তোমাৰ ছাগৈ 'হনীমুন''ত অহাৰ দৰে লাগিছে।—আইভানে হাঁহি ক'লে।

ৰীতাই কৃত্ৰিম খং দেখুৱাই আইভানলৈ চাই ক'লে, : বৰ বেছি বাঢ়িছা তুমি। বিয়া নৌ কৰাওঁতেই হনীমুন।

: বিয়ানো কি কথা। ধৰি লোৱা এইবাৰ ঘূৰি গৈয়েই আন কোনো চিন্তা নাই। প্ৰথম........। —আইভানৰ কথা শেষ হোৱাৰ আগতেই কেইজনমান যুৱক-যুৱতী কোঠাটোলৈ সোমাই আহিল।

: হেল্লো আইভান, হেল্লো ৰীতা।—আটায়ে একেস্বৰে চিঞৰি উঠিল।

: বহা। —আইভানে সকলোকে বহিবলৈ দিলে।

আটাই কেইজনেই আছিল 'চচাইটি ফৰ্ দি ষ্টাডি অৱ্ দি আন্ এক্স-প্লেন্ডৰ সদস্য।

: তোমালোকৰ কোনো অসুবিধা হোৱা নাইতো?—আইভানে সুধিলে।

: নাই, আমাৰ সকলো ঠিকেই আছে।

ইতিমধ্যে জাহাজ চলিবলৈ আৰম্ভ কৰিলে।

ৰীতাই কেবিনৰ পৰা বাহিৰলৈ ওলাই চালে।

: ক্ৰিষ্টোফাৰ, তুমি কাগজ-পত্ৰ সমূহ আনিছা?—আইভানে এজনলৈ চাই প্ৰশ্ন কৰিলে।

ক্ৰিষ্টোফাৰ নামৰ জনে মূৰ দুপিয়ালে।

: আমাৰ এইবাৰৰ আলোচনাৰ বিষয় বাৰু কি হ'ব ?—এগৰাকী যুৱতীয়ে সুধিলে।

: তুমি এতিয়াও নাজানা নেকি ?—ৰীতা পুনৰ কেবিনলৈ সোমাই আহি সজোৰে হাঁহি এটা মাৰি সুধিলে।

: সঁচাকৈয়ে মই নাজানো। টেলিগ্ৰাম পায়েই লৰি আহিছোঁ। —মীনাই ক'লে।

বিভিন্ন ধৰণৰ কথা আলোচনা হ'ল আটাইবে মাজত। পৃথিৱীৰ বিভিন্ন ৰহস্যজনক সত্য কাহিনীয়েই আলোচনাৰ মূল বিষয়। আলোচনাৰ মাজতে 'বুমাৰেং' জাহাজৰ কেপ্তেন জৰ্জ বোনিলা কেবিনলৈ সোমাই আহিল। আটায়ে আলোচনা বন্ধ কৰি কেপ্তেনক আথেবেথে বহিবলৈ দিলে।

: নিশ্চয় মোৰ আগমনে আপোনাৰ আলোচনাত ব্যাঘাত জন্মাইছে। —কেপ্তেনে ক'লে।

: একো ব্যাঘাত জন্মোৱা নাই কেপ্তেন। এয়া আমাৰ কোনো গোপন আলোচনা নহয়। আলোচনাৰ মাজত আপোনাক পালে আমি আনন্দিতহে হ'ম। আহক, বহক। —আইভানে কেপ্তেন বোনিলাক নিজৰ কাষতে বহিবলৈ দিলে।

তাৰ পিছত আইভানে প্ৰত্যেককে লগত কেপ্তেনক চিনাকি কৰি দিলে।

: আপোনালোকৰ লগত চিনাকি হৈ মই আনন্দিত। আপোনালোক যিটো সস্থাৰ সভ্য সেই সস্থাৰ বিষয়ে মই শুনিছোঁ আৰু সেই বিষয়ত ময়ো আগ্ৰহী। আপোনালোক যিবোৰ ৰহস্যক লৈ গৱেষণা কৰি আছে সেইবোৰ ৰহস্যৰ বিষয়ে ময়ো আগ্ৰহী। বিশ্ব জগত, মহাকাশ এইবোৰতো এক বিৰাট ৰহস্য। এই ৰহস্যৰ কেতিয়াবা জানো সমাধান হ'ব ? ৰহস্যৰতো শেষ নাই, শেষ নহ'বও। বিৰাট এক প্ৰশ্নবোধক চিনৰ তলত আমি বাস কৰিছোঁ। —কেপ্তেন জৰ্জ বোনিলাই ক'লে।

: আপুনিতো দীৰ্ঘকাল ধৰি সমুদ্ৰই সমুদ্ৰই ঘূৰিছে, এনে ধৰণৰ কেতিয়াবা কিবা ৰহস্যৰ সন্মুখীন হৈছে নে ?—এজনে কেপ্তেনক প্ৰশ্ন কৰিলে।

কেপ্তেনে কন্তেক তভক মাৰি বৈ এটা অৰ্থপূৰ্ণ হাঁহি মাৰি ক'লে, : এই সমুদ্ৰ যাত্ৰাত মই বহুবাৰেই বহু ৰহস্যৰ সন্মুখীন হৈছো। কিন্তু এই ৰহস্যবোৰ প্ৰকৃততে কি ? আপোনালোকেতো ইয়াক লৈ গৱেষণা কৰে, আলোচনা কৰে; এই ৰহস্যবোৰৰ কিবা সমাধান উলিয়াব পাৰিছেনে ? এই ধৰক বাৰ্মুডা ট্ৰেংগলৰ কথাই। কিমান জাহাজ, কিমান প্লেন এই বাৰ্মুডা ট্ৰেংগলত অদৃশ্য হৈ গ'ল। এই জাহাজবোৰ গ'ল ক'লৈ ?

: আটলাণ্টিক ক্যাৰিবিয়ান সমুদ্ৰ এলেকাত দীৰ্ঘ দিন ধৰি জাহাজ আৰু

বিমান ৰহস্যজনক ভাৱে অদৃশ্য হৈ আছিছে। ইয়াৰ উপৰিও নানান অলৌকিক কাণ্ড ঘটিছে বুজিবে যাক ব্যাখ্যা কৰিব নোৱাৰি। অনেক ৰহস্যৰ সমাধান হৈছে আৰু অনেক ৰহস্যৰ সমাধান হোৱা নাই। —একজনে মাত লগালে।

: কিছুমান কথা শুনিলে হয়তো আপুনি বা মই অসম্ভৱ বুলি কম; কিন্তু বিজ্ঞানীসকলে কয় যে সেয়া সম্ভৱ। কালৰ গহ্বৰত মানুহ যেনেদৰে আগুৱাই যায় তেনেদৰে আকৌ পিছুৱায়ো যাব পাৰে। আইনষ্টাইনেইতো কৈছিল যে পৃথিৱীত মানুহে যিমানবোৰ কথা কৈছে সকলোবোৰ কথাই এদিন আকৌ শুনিবলৈ পোৱা যাব। সাধাৰণ মানুহৰ বাবে এইবোৰ কথা কল্পনা আৰু ধাৰণাৰো অতীত। নভোমণ্ডলত বহু ধৰণৰ ক্ষুদ্ৰাণুক্ষুদ্ৰ কণিকা আছে, যিবোৰৰ নানান নাম। এইবোৰ আগতেও আছিল, এতিয়াও আছে; কিন্তু মানুহে গম নাপাইছিল। এতিয়া সেইবোৰ আবিষ্কৃত হৈছে। সেইবোৰৰ ক্ৰিয়া–প্ৰতিক্ৰিয়াও জনা গৈছে। এইবোৰ কণিকাৰ প্ৰভাৱত আৰু তড়িৎ চুম্বকৰ সহায়তাত বা আন ধৰণেৰে অনেক কিবা ঘটিব পাৰে। জীৱ অদৃশ্য হৈ যাব পাৰে। একে বস্তু একে সময়তে বিভিন্ন ঠাইত অৱস্থান কৰিব পাৰে। —আইভানৰ কথা শুনি কেপ্টেন বোনিলা যেন অবাক হ'ল।

কিছুমানৰ পিছত ৰহস্য সম্পৰ্কীয় আলোচনাৰ ইতি হ'ল। আৰম্ভ হ'ল অন্যান্য আলোচনা। এটা সময়ত কেপ্টেন বোনিলাই তেওঁৰ প্ৰকাণ্ড অত্যাধুনিক জাহাজখন আটাইকে দেখুৱাবৰ কাৰণে বাহিৰলৈ লৈ গ'ল।

: বাৰু কেপ্টেন, সমুদ্ৰত এতিয়াও জলদস্যু আছেনে ?—দলৰ একজনে হঠাৎ কেপ্টেনক প্ৰশ্ন কৰিলে।

: আছে, এতিয়াও আছে। আজি কেইমাহমানৰ আগতে 'হিউইট' নামৰ জাহাজ এখন ব্ৰিজটাউনৰ পৰা ৰিও-ডি-জেনিৰো বন্দৰ অভিমুখে যাত্ৰা কৰোতে জলদস্যুৰ কবলত পৰে। তাৰ কেইদিনমানৰ পিছতে 'সেপ্ৰ' নামৰ বিৰাট মাল-বাহী জাহাজ এখন ব্ৰিষ্টলৰ পৰা গ্ৰেণ্ড কেমেন দ্বীপ হৈ দক্ষিণ আমেৰিকালৈ যাত্ৰা কৰিছিল। কিন্তু জাহাজখন গৈ দক্ষিণ আমেৰিকা নাপালেগৈ। মাজ সাগৰতে জলদস্যুৰ কবলত পৰে।

: সাগৰতো ৰোমাঞ্চ আছে। এই সাগৰকে লৈ লিখা হৈছে কিমান যে ৰহস্যময় কাহিনী। —একজনে মন্তব্য কৰিলে।

কেপ্টেনে দলটোক লৈ নিজৰ জাহাজখন ঘূৰাই পকাই দেখুৱাই নিজৰ কেবিনলৈ লৈ গ'ল। আইভানে কিবা এটা কামৰ অজুহাত দেখুৱাই কেপ্টেনৰ পৰা বিদায় লৈ নিজৰ কেবিনলৈ উভতি আহিল।

সমুদ্ৰৰ উত্তাল জলতৰংগমালা ভেদ কৰি সোঁ-সোঁৱাই আগুৱাই গৈছে

অত্যাধুনিক জাহাজ 'বুমাৰেং'। শৰৎ কালৰ বতৰ, সুন্দৰ কৰকাল। সামুদ্রিক ধুমুহাৰ কোনো আশংকা নাই।

আইভানে বেগৰ ভিতৰৰ পৰা এখন ডায়েৰী বুক উলিয়াই মেলি কিবা চালে। ক্ষন্তেক পিছতে কেবিনৰ দুৱাৰ মুখত নীনাৰ আবির্ভাৱ হ'ল। আইভানে মূৰ তুলি চাই নীনাক দেখি হাঁহি এটা মাৰি ক'লে,: হেল্লো নীনা, তুমি অকলে দেখোন ? আনবোৰ ক'ত ?

: আটায়ে কেপ্টেনৰ কেবিনত বহি কাহিনী শুনাত ব্যস্ত। বৰ কথকী মানুহজন। —নীনাই ক'লে।

: কথকী নহয়, সৰবৰাহী। তুমিনো শুচি আহিলা কিয় ?—আইভানে সুধিলে।

: তুমিনো কি কৰিছা চাবলৈ আহিলোঁ। —নীনা আহি আইভানৰ কাষতে বহিল।

আইভানে ডায়েৰীখন জপাই পুনৰ বেগত ভৰাই থ'লে।

: কিবা কৰা ?—আইভানে পুনৰ সুধিলে।

: কালিয়েই আহি বৰ বেয়া লাগিছিল।

: কিয় ?

: অনুভৱ কৰিছিলোঁ নিঃসংগতা। আজিহে ভাল লাগিছে। তুমি এইবোৰ কথা চিন্তা অকণোৰেই নকৰানে ? ইমান উদাস কিয় বাৰু তুমি ?

: চিন্তা কৰাৰনো সময় ক'ত নীনা ? দেখিছাই, এক বিচিত্র জীৱন আমাৰ। —আইভানে হাঁহি ক'লে।

: তুমি মোক বুজিবলৈ আজিও চেষ্টা নকৰিলা আইভান। মোৰ সেই দীঘলীয়া চিঠিখনৰ উত্তৰ তুমি আজিও নিদিলা। মোৰ অন্তৰৰ বেদনাবোৰে দিনে নিশাই মোক খুলি খুলি খাইছে। যিদিনা তুমি মোৰ হৃদয়ৰ আবেদনক নিষ্ঠুৰ-ভাৱে প্রত্যাখ্যান কৰিলা সেইদিনা মই কি মৰি নগ'লোঁ তাকে ভাবি আজিও আচৰিত হ'ওঁ। বীতাক যেতিয়া তোমাৰ লগত দেখোঁ অনুভৱ কৰোঁ এটি যন্ত্রণা, এক অসহায়তা। কিন্তু মোৰ বিশ্বাস আছে আইভান, তুমি এদিন উভতি আহিবই লাগিব। —নীনাৰ মাতবোৰ শেহৰ ফালে খোকাধুকি হৈ আহিল।

: ক'ৰ পৰা উভতি অহাৰ কথা কৈছা ?—আইভান যেন আচৰিত হ'ল।

:ৰীতাৰ ওচৰৰ পৰা। মোৰ প্রেমত বিশ্বাস আছে আইভান। মোৰ প্রেম যদি পবিত্র হয় এদিন তোমাক মই পামেই। আৰু সেই দিনটোলৈকে মই অপেক্ষা কৰিম; জীৱনৰ শেষ দিন পর্যন্ত।

: বলিয়ালি নকৰিবা নীনা। ভাবাবেগত নিজৰ জীৱনটো ধ্বংস কৰিবলৈ চেষ্টা নকৰিবা। ৰীতা আৰু মই—আমি দুয়ো পৰস্পৰৰ ওচৰত প্রতিজ্ঞাবদ্ধ।

পৃথিৱীত এনে কোনো শক্তি নাই যি শক্তিয়ে আমাৰ দুয়োৰে মাজত বিভেদ আনিব পাৰে। —আইভানৰ কথাৰ লগে লগে নীনাৰ দুচকুৰেদি হৰ হৰকৈ লোতকবোৰ বৈ আহিল।

: মই তোমাৰ কাৰণে দুখীত নীনা। —আইভানে পুনৰ ক'লে।

: এয়াই তোমাৰ শেষ উত্তৰ ?—দুখত নীনাৰ কণ্ঠ ভাগি পৰিল।

আইভানে কোনো উত্তৰ নিদিলে।

তাৰ পিছত নীনাৰ কান্দোনৰ শব্দ; নাৰীৰ কান্দোন—কোমল, বিষণ্ন কান্দোন, প্ৰায় নিঃশব্দে, যাতে বাহিৰৰ কেৱে গম নাপায়। পিঠিখন ধেনুৰ দৰে বেঁকা কৰি, দুহাতেৰে মুখ ঢাকি প্ৰাণপণে কান্দোন দমাবলৈ চেষ্টা কৰিলে নীনাই। যেন এই পৃথিৱীৰ প্ৰথম দুখৰ আঘাতত ভাঙি গৈছে বেচেৰী।

: নীনা তুমি বুজিবলৈ চেষ্টা কৰা। আৰু এইবোৰ কথা ইয়াত পতা কথা নহয়। স্থান-কাল আছে। যি উদ্দেশ্যৰে তুমি এই যাত্ৰা কৰিছা, সেই উদ্দেশ্যৰ কথা চিন্তা কৰা। —আইভানৰ কণ্ঠস্বৰ দৃঢ় হ'ল।

এনেতে কেবিনৰ ভিতৰলৈ ৰীতা সোমাই আহিল আৰু নীনাক তেনে অৱস্থাত দেখি অবাক হৈ পনকি ৰ'ল। একো বুজিব নোৱাৰি এবাৰ নীনালৈ আৰু আনবাৰ আইভানলৈ চালে। আইভান অপ্ৰস্তুত হ'ল। নীনাই ৰীতাৰ আগমনৰ লগে লগেই দুহাতেৰে চকুৰ পানীবোৰ মচি দ্ৰুত পদক্ষেপেৰে তাৰপৰা ওলাই গ'ল।

ৰীতাৰ চকুৰ পৰা তেতিয়াও বিস্ময়ৰ ৰেশ কটা নাই। আইভানে ৰীতালৈ চাই হাঁহিবলৈ চেষ্টা কৰিলে।

: ঘটনা কি ? নীনাই কিয় কান্দিছিল ?—ৰীতা ওচৰ চাপি আহি প্ৰশ্ন কৰিলে।

: ব্যৰ্থ প্ৰেমৰ তীব্ৰ যন্ত্ৰণা। —আইভানে হাঁহিলে।

ৰীতা আহি আইভানৰ ওচৰত বহিল।

: কি কৈছিল নীনাই ?—ৰীতাই প্ৰশ্ন কৰিলে।

: সেই পুৰণি কথা। জীৱনৰ শেষ দিন পৰ্যন্ত মোৰ কাৰণে অপেক্ষা কৰি ৰ'ব।

: নীনাই আমাৰ কথা জানিও এনেদৰে বলিয়ালি কৰিছে কিয় ? দুখ লাগে বেচেৰীৰ কাৰণে। —ৰীতাই ক'লে।

আইভানে হাঁহিলে।

: হাঁহিছা কিয় ?

: এই হৃদয়ৰ দাবী অনেকেই কৰিব পাৰে ৰীতা, কিন্তু দিব পাৰিছো এজনকেই।

ৰীতাই আইভানৰ ডিঙিত সাৱটি ধৰিলে।

: মোক এৰি কেতিয়াও আঁতৰি নোযোৱাতো আইভান ?—ৰীতাই আবেগেৰে সুধিলে।

: পৃথিবীৰ মাধ্যাকৰ্ষণ শক্তি যদি কেতিয়াও শিথিল হৈ নাযায় তেন্তে তোমাৰ পৰাও কেতিয়াও আঁতৰি নাযাওঁ।

ৰীতাই আকৌ হাঁহিলে।

: কেতিয়াবা তুমি বাৰু নীনাৰ কথা ভাবা নেকি ? নীনাৰ প্ৰতি তোমাৰ কিবা দুৰ্বলতা আছে নেকি ?—ৰীতাই হঠাৎ প্ৰশ্ন কৰিলে।

আইভানে ৰীতাক সাৱটি ধৰি আবেগেৰে ওঠত চুমা খাই ক'লে, : নীনাৰ প্ৰতি দুৰ্বলতা থকা হ'লে নীনাই এনেদৰে চকুপানী টুকি গুলাই যাব লগা নহ'ল-হেঁতেন।

ৰীতায়ো সজোৰে সাৱটি ধৰিলে আইভানক।

: তুমি মোৰ, ৰীতা তুমি মোৰ—চিৰকালেই তুমি মোৰ..। —আইভানৰ কণ্ঠত আড়ষ্টতা।

সন্ধ্যা নামিল পৃথিৱীৰ বুকুলৈ। পাৰাপাৰ নথকা বিশাল সমুদ্ৰৰ বুকুতো সন্ধ্যাই আশ্ৰয় ল'লেহি। চলমান সৰু চহৰ এখনৰ দৰেই বিশাল জাহাজ খনে প্ৰচণ্ড গতিৰে উত্তৰ গালফ্ ষ্ট্ৰীমৰ সোঁত ধৰি কেপ্ হ্যাটেৰাচৰ ফালে আগ-বাঢ়িবলৈ ধৰিলে।

কেপ্টেন জৰ্জ বোনিলাই কোৱাৰ্টাৰ ডেকত থিয় হৈ আধা পোহৰ আধা আন্ধাৰৰ মাজেৰে দূৰ সমুদ্ৰলৈ চালে। পশ্চিম আকাশলৈ চাই কেপ্টেন বোনিলা যেন বিমৰ্ষ হৈ পৰিল।

: কি ভাবিছে কেপ্টেইন ?—কোনোবা এজন চিনাকি যাত্ৰীয়ে কেপ্টেন বোনিলাক উদ্দেশ্যি সুধিলে।

কেপ্টেন বোনিলাই ঘূৰি যাত্ৰীজনৰ ফালে চাই পুনৰ সমুদ্ৰৰ ফালে মুখ ঘূৰাই ক'লে, : বতৰলৈ চাই বৰ চিন্তিত হৈ পৰিছোঁ। এই সময়ত শৰৎকালৰ এনে বতৰে এই অঞ্চলত বিশ্বাসঘাতকতা কৰে। তদুপৰি ইয়াত এডোখৰ বৰ বেয়া ঠাই আছে। বেয়া ঠাই মানে সেই বিপজ্জনক সমুদ্ৰৰ ফালেই জাহাজ আগুৱাই গৈছে। ঠাইখণ্ড হ'ল গালফ্ ষ্ট্ৰীমৰ উত্তৰমুখী সোঁত য'ত আৰ্টিকৰ শীতল সোঁতত গৈ লুন্দিয়াইছে। ধুমুহাৰ দিনা বালি মিহলি সমুদ্ৰৰ ঢৌ এই অঞ্চলত দুশ ফুট পৰ্বত ওপৰলৈ উঠি জাহাজৰ ওপৰত আচাৰ খাই পৰে, ফলত জাহাজবোৰৰ ইয়াত সলিল সমাধি ঘটে। তদুপৰি শীতল আৰু উষ্ণ সোঁতৰ স্পৰ্শত ঘন কুঁৱলীয়ে চতুৰ্দিশ অন্ধকাৰ কৰি দিয়ে। তেতিয়া এনে লাগে যেন জাহাজ যেন ভূতৰ ৰাজ্যতহে সোমাইছে।

: এতিয়া তেনেহ'লে ধুমুহা অহাৰ আশংকা আছে নেকি ?—যাত্ৰীজনৰ মুখ ভয়ত শেঁতা পৰিল।

: আশংকা আছে কাৰণেই চিন্তা কৰিব লগা হৈছে। চাওকচোন সমুদ্ৰৰ বুকুত মাজে মাজে কেনেদৰে ঘূৰ্ণীৰ সৃষ্টি হৈছে, আকাশৰ ৰং কেনেদৰে পৰিবৰ্তন হৈছে !—কেপ্টেন বোনিলাই নিজৰ চুলিত হাত বুলাবলৈ ধৰিলে।

যাত্ৰীজন লগে লগে তাৰ পৰা আঁতৰ হ'ল। কেপ্টেনে ক্ৰু'ৰ কেবিনৰ ফালে দ্ৰুত পদক্ষেপে অগ্ৰসৰ হ'ল।

: বতৰৰ অৱস্থা ভাল নহয় কেপ্টেন; হঠাৎ পৰিবৰ্তন ঘটিছে বতৰৰ। — ক্ৰু এজনে কেপ্টেনক উদ্দেশ্যি ক'লে।

: এৰা, শীঘ্ৰেই ধুমুহা অহাৰ লক্ষণ। যাত্ৰী সকলক সাৱধান কৰি দিয়া। —কেপ্টেন বোনিলাই ক'লে।

তাৰ পিছত প্ৰতিজন নাবিকৰ ওচৰলৈ গৈ কেপ্টেনে সম্ভাব্য বিপদৰ বাবে সাৱধান হ'বলৈ ক'লে। আটায়ে সন্তুষ্ট হ'ল।

ইতিমধ্যে যাত্ৰীসকলৰ মাজত সম্ভাব্য বিপদৰ কথা বেয়াকৈ প্ৰচাৰ হৈ গ'ল। এক ভয়ানক হৈ-চৈৰ সৃষ্টি হ'ল। কেপ্টেনে নিজে যাত্ৰীসকলৰ ওচৰলৈ গৈ নিৰ্ভয় প্ৰদান কৰি ক'লে, : আপোনালোকে ভয় নকৰিব। ভয়ৰ কোনো কাৰণেই নাই। সকলো নিজৰ নিজৰ কেবিনত সোমাওক। এনেকুৱা ধুমুহা-বৃষ্টি সমুদ্ৰ যাত্ৰাৰ নিত্য নৈমিত্তিক ঘটনা। ভয় নাই, নিশ্চিন্তে থাকক।
যাত্ৰীসকল নিজৰ নিজৰ কেবিনত সোমাল।

বুমাৰেং তাৰ স্বচ্ছন্দ গতিৰে আগুৱাই গৈ আছে নিশাৰ অন্ধকাৰ ঠেলি। যাত্ৰীসকলৰ কোনো কোনোৱে কেবিনত সোমাই নিজৰ কামত ব্যস্ত হ'ল। কোনোৱে আন আন যাত্ৰীৰ লগত আলোচনাত ৰত হ'ল। জাহাজৰ নাবিক খালাচী সকলোৱেই নিজৰ নিজৰ কামত ব্যস্ত। পৰিচাৰকবোৰে খোৱাৰ সম্ভাৰেৰে সোণালী ট্ৰে হাতত লৈ সাৱধানে পাৰ হৈছে দুই কেবিনৰ মধ্যৱৰ্তী গলি পথবোৰেদি। দুই এজন জুৱাৰী বাজী ধৰাত ব্যস্ত।

সেই সময়ত নীনা নিজৰ কেবিনত সোমাই নিজৰ প্ৰকাণ্ড ব্ৰীফকেচটো খুলি এটা .২৫ অটমেটিক বাহিৰ কৰিলে। পুনৰ বিছনাখনৰ ওচৰলৈ গৈ পিষ্টলটো গাৰুৰ তলত থৈ কেবিনৰ বাহিৰলৈ ওলাই আহি চাৰিওফালে এবাৰ ভুমুকি মাৰি চালে আৰু তাৰ পিছত বিছনাত শুই এক ভীষণ চিন্তাত ডুব গ'ল। ৰীতা এৰা ৰীতা; আইভানৰ প্ৰেয়সী ৰীতাক আঁতৰাব নোৱাৰিলে নীনাক আইভানে কেতিয়াও গ্ৰহণ নকৰে। আজিৰ নিশাটোতেই হয়তো সেই সুবিধা আহিব। দুৰ্যোগ আহক, চৰম আহক—হ'লেহে নীনাৰ সুবিধা। সুবিধা বুজি ৰজা

কৰি বীতাক সাগৰৰ বুকুলৈ পেলাই দিব। কোনোৱে গমেই নাপাব। দুৰ্যোগ আহিলে সাগৰীয় জাহাজত দুৰ্ঘটনা ঘটেই।

সোঁ সোঁ শব্দেৰে প্ৰচণ্ড গতিৰে ধুমুহা আহিল অলপ সময়ৰ ভিতৰতে। সমুদ্ৰও ফুলি উঠিল। চতুৰ্দিশ অন্ধকাৰ। জাহাজৰ ডেকৰ ওপৰত বৃহৎ বৃহৎ ঢৌ আছাৰ খাই পৰিবলৈ ধৰিলে। ধুমুহাৰ গতি আৰু সমুদ্ৰৰ ঢৌৰ উচ্চতা ক্ৰমশঃ বাঢ়িবলৈ ধৰিলে। যাত্ৰীবোৰৰ মাজত এক ভয়ংকৰ আতংকৰ সৃষ্টি হ'ল। ধুমুহাৰ বেগত জাহাজ ক্ৰুদ্ধ ম'হৰ দৰে কেনি আগবাঢ়িছে কোনে জানে? যিকোনো মুহূৰ্ততে জাহাজ সাগৰৰ অতল গৰ্ভলৈ চাপলি মেলিব পাৰে। নহ'লে সাগৰৰ বুকুত লুকাই থকা পাহাৰত খুন্দা মাৰি যিকোনো মুহূৰ্ততে ভোৰৰ ভোৰৰ হৈ যাব পাৰে।

ধুমুহা ইমান দ্ৰুত আৰু প্ৰবল আছিল যে কোনোৱেই ডেকৰ ওপৰত থিৰ হৈ থাকিব পৰা নাছিল। আইভানে কেবিনৰ পৰা ওলাই আহি অলপ আগতেই ওলাই যোৱা বীতাক বিচাৰিবলৈ ধৰিলে।

: বীতা!—আইভানে জোৰেৰে চিঞৰি উঠিল।

আন্ধাৰত কতো একো নেদেখি। আইভান খুপি খুপি বীতাক বিচাৰি আগবাঢ়ি যাবলৈ চেষ্টা কৰিলে।

: বী....তা!—পুনৰ চিঞৰিলে আইভানে। চিঞৰত উৎকণ্ঠা আতংক নিহৰি।

: আই. .ভা..ন!—কোনোবা একাষৰ পৰা অস্পষ্ট শব্দ এটি যেন ভাঁহি আহিল।

আইভানে পাহৰি গ'ল ভয়ংকৰ দুৰ্যোগৰ কথা, পাহৰি গ'ল ভয়াবহ অন্ধকাৰ কথা। লৰি যাবলৈ চেষ্টা কৰিলে আইভানে। হঠাৎ সমুখৰ পৰা অহা কোনোবা এজনে আইভানক সাৱটি ধৰি মাত লগালে, : আইভান।

: বী....তা!—আইভানে উৎকণ্ঠাৰে সুধিলে।

: নহয়, মই নীনা।

: বীতা ক'ত?

: বীতাক পোৱা নাই? ক'ত গ'ল তাই?—নীনাই ওলোটাই প্ৰশ্ন কৰিলে।

: জানাচোন। —আইভানে নীনাক হাতত ধৰি আগুৱাই যাবলৈ চেষ্টা কৰিলে।

নীনাও আইভানৰ লগে লগে গ'ল।

: বীতা!—আইভানে পুনৰ চিঞৰিলে।

: মোক বচোৱা আইভান!—এইবাৰ মাতটো ওচৰতে শুনা গ'ল।

প্ৰচণ্ড ধুমুহাকো আওকাণ কৰি আইভান আৰু নীনা ডেকৰ ওপৰেদি দৌৰি বাৰলৈ চেষ্টা কৰোঁতে দুয়ো বাগৰি পৰিল। সমুদ্ৰৰ ঢৌ আছাৰ খাই আহি দুয়োকো ধুৱাই নৈ গ'ল। কথমপি দুয়ো ঢৌৰ লগত উটি নগ'ল। পোনতে নীনা পৰাৰ পৰা উঠি আইভানকো টানি উঠালে। তাৰ পিছত দুয়ো আৰু সেই ঠাইৰ পৰা আগুৱাব নোৱাৰিলে। প্ৰচণ্ড ধুমুহাৰ লগত সংগ্ৰামত পৰাজিত হ'ল আইভান।

দুয়োকো এনেদৰে ডেকত থিয় হৈ ধুমুহাৰ সৈতে মৰণ পণ সংগ্ৰাম কৰি থকা দেখি কোনোবা এজনে টানি নি কেবিন এটাত সুমুৱাই দিলে।

ধীৰে ধীৰে ধুমুহা কমি আহিল। সমুদ্ৰও শান্ত হ'ল। একোৱেই যেন হোৱা নাই। জাহাজ বিধ্বস্ত হ'লেও বাচি গ'ল। নুডুবিল।

আইভান কেবিনটোৰ পৰা বাহিৰ ওলাল। লগে লগে নীনা। ভীষণ অন্ধকাৰ বাহিৰত। জাহাজৰ সকলোবোৰেই বিপৰ্যস্ত। ভীষণ অন্ধকাৰ চাৰিও-ফালে। নীনাই আহি আইভানৰ হাত এখনত খামুচি ধৰিলে।

: ব'লা, এবাৰ বীতাক বিচাৰি আহোঁ। —নীনাই ক'লে।

দুয়ো পোনতে বীতা থকা কেবিনটোৰ ফালে গ'ল।

: বীতাৰ একো হোৱা নাইতো ?—আইভানৰ কণ্ঠস্বৰত আড়ষ্টতা।

দুখ লাগিল নীনাৰ। আইভানে সঁচাকৈয়ে বীতাক ভাল পায়। সিহঁতেই সুখী হওক। বীতাক আইভানে জীৱন সংগী কৰি লওক। নীনা সুখী হ'ব। অলপ আগত নীনাই মিছাতে বীতাক হত্যা কৰাৰ পৰিকল্পনা কৰিছিল। ছিঃ ইমান জঘন্য চিন্তা নীনাই কিয় কৰিছিল বাৰু ? হে ভগৱান, বীতাৰ যেন কোনো বিপদ নহয়; বীতা যেন নিৰ্বিঘ্নে থাকে। —নীনাই মনে মনে ঈশ্বৰক প্ৰাৰ্থনা জনালে।

বীতাৰ কেবিনৰ ভিতৰত বীতা নাই। আইভান ক্ষন্তেকৰ বাবে কিং-কৰ্তব্য বিমূঢ় হ'ল।

জাহাজৰ নাবিক-যাত্ৰী সকলোৱেই উদ্‌ভ্ৰান্ত। যেনি তেনি চিঞৰি বাখৰি দৌৰাদৌৰি কৰিছে প্ৰত্যেকেই। কাৰোবাক বন্ধু, কাৰোবাৰ ভাতৃ, কাৰোবাৰ স্বামী, কাৰোবাৰ পত্নী বা সন্তান ক'ত কোন আছে কাকো কোনোৱে বিচাৰি পোৱা নাই।

: বীতাক এতিয়া ক'ত বিচাৰি পাম নীনা ?— আইভানৰ মাতটোত ক্ৰন্দনৰ ভাৱ ফুটি উঠিল।

নীনাই কি উত্তৰ দিব ভাবিয়েই নাপালে।

এনেতে কোনোবা এজন আহি আইভানহঁতৰ ওচৰত আহি হ'ল।

: আইভান !—আগন্তুকে মাতিলে।

: বিচাৰ্ড। —আইভানে চিনি পালে।

: আমি তোমাকে বিচাৰি ফুৰিছোঁ। এয়া কোন ? নীনা ?

: ও নীনা। বাকীবোৰ ক'ত ?—আইভানে সুধিলে।

: সকলো তোমাৰ কোঠাত গৈ গোট খাইছে। —বিচাৰ্ডে ক'লে।

: ৰীতাও আছে ?—আইভানে আগ্ৰহেৰে সুধিলে।

: ৰীতা; ৰীতা নাই ?—বিচাৰ্ড যেন আচৰিত হ'ল।

আইভান লৰালৰিকৈ গৈ নিজৰ কেবিনত সোমাল।

: আইভান !—সকলোৱে একেস্বৰে চিঞৰিলে, : আমি তোমাক বিচাৰি চলাথ কৰিলোঁ।

: ৰীতা ক'ত ?—আইভানে সকলোকে উদ্দেশ্যি প্ৰশ্ন কৰিলে।

: ৰীতা নাই ?—সকলো যেন আচৰিত হ'ল।

এনেতে কেপ্টেন বোনিলা আহি সোমাল।

: সকলো ঠিক আছেতো বন্ধুসকল ?—কেপ্টেনে প্ৰশ্ন কৰিলে।

: আমাৰ এজন যাত্ৰী নাই। —এজনে ক'লে।

: কোন ?

: ৰীতা।

কেপ্টেন লগে লগে বাহিৰ ওলাল। জাহাজৰ লাইটবোৰ নাবিক সকলৰ চেষ্টাত পুনৰ জ্বলি উঠিল। গতি মন্থৰ হ'ল জাহাজৰ। সমস্ত জাহাজ তন্ন তন্নকৈ সকলোৱে ৰীতা আৰু কেইজনমান যাত্ৰীক বিচাৰিলে। মুঠ ৯জন যাত্ৰী নিখোজ। জাহাজৰ পৰা বোট নমাই সাগৰৰ বুকু তন্ন তন্নকৈ বিচাৰিলে ৰীতা আৰু বাকী কেইজন যাত্ৰীক। দুটা শক্তিশালী চাৰ্চ লাইট জ্বলাই চৌদিশে পোহৰ পেলাই বিচৰা হ'ল। কেপ্টেনৰ নিৰ্দেশত জাহাজ বাজ সাগৰত বৈ থ'ল। নিৰুদ্দিষ্ট যাত্ৰী কেইজনৰ উদ্ধাৰ বা বিচাৰি উলিয়াবলৈ যিমান দূৰ সম্ভৱ সিমান দূৰ পৰ্যন্ত চেষ্টা কৰা হ'ল।

কিন্তু বৃথা চেষ্টা। সমুদ্ৰৰ নীলা সুন্দৰ জলধিৰ বুকুত চিৰকালৰ বাবেই হেৰাই গ'ল ৰীতা আৰু আন যাত্ৰী কেইজন। শোকগ্ৰস্ত আইভানে সৰু ল'ৰাৰ দৰে কান্দিবলৈ আৰম্ভ কৰিলে। কি বুলি সান্ত্বনা দিব কোনোৱে ভাবাই বিচাৰি নাপালে। নীনায়ো চকুলো টুকিলে সকলোৰে অজ্ঞাতে।

নিশাটো কোনোমতে পাৰ হ'ল। কেপ্টেন বোনিলা আৰু অন্যান্য বন্ধু বান্ধৱে আহি শোকাৰ্ত আইভানক সান্ত্বনা দিলে। দুজনমান নাবিকে চকুদিশে

দূৰবীনেৰে চাবলৈ ধৰিলে ক'ৰবাত কিবা দেখা পায় বুলি। কিন্তু ক'তো একোকে দেখা নাপালে।

এজন নাবিক আহি কেপ্টেনক জাহাজৰ অৱস্থান সম্পৰ্কে জনাই গ'ল

: সৰ্বনাশ !—লগে লগে কেপ্টেনে চিঞৰি উঠিল।

: কি হ'ল ?—এজনে প্ৰশ্ন কৰিলে।

: আমাৰ জাহাজ এতিয়াই নুবুৰালে সমুদ্ৰৰ পাহাৰত আঘাত লাগি আকৌ এক বিপৰ্যয়ৰ সৃষ্টি হ'ব। —লগে লগে কেপ্টেন ওলাই গ'ল।

আইভানো ওলাই আহিল বাহিৰলৈ। ডেকৰ ৰেলিঙত ধৰি থিয় হৈ সমুদ্ৰৰ বুকুলৈ চাই ৰ'ল। টপ্ টপ্‌কৈ দুটোপাল অশ্ৰু বাগৰি আহিল গালৰ ওপৰেদি। প্ৰকৃতিৰ নিষ্ঠুৰ নিষ্পেষণত শেষ হৈ গ'ল বীতা। যাকলৈ আইভানে কল্পনা কৰিছিল জীৱনৰ সাতৰঙৰ ৰঙীন ৰামধেনুৰ। সেই ৰামধেনু পলকতে কেনিবা হেৰাই গ'ল। প্ৰকৃতিৰ জঘন্য চক্ৰান্তত বীতাক আইভানৰ পৰা আঁতৰাই লৈ যোৱাত সমস্ত প্ৰেমৰ অৱসান ঘটিল এই নিষ্ঠুৰ সমুদ্ৰৰ বুকত।

: আইভান !—নীনাই পিছফালৰ পৰা আহি আইভানৰ কান্ধত হাত থ'লে।

: বী....তা। —আইভানৰ মুখৰ পৰা অজানিতে শব্দটো ওলাই আহিল।

: মই বীতা নহয়, নীনা। —নীনাই ক'লে। লগে লগে হাতৰ ৰুমাল খনেৰে সিক্ত চকু দুটা মচিলে।

স্তব্ধ দৃষ্টিৰে আইভানে নীনাৰ মুখলৈ চাই ৰ'ল।



## ॥ দুই ॥

ধীৰে ধীৰে চকু মেলিলে বীতাই। ওপৰত সুনীল আকাশ। তলত মধ্যাহ্নৰ প্ৰখৰ ৰ'দত শানিত ইস্পাতৰ দৰে বালিভূমি। বীতা অবাক হ'ল। এয়া ক'ত শুই আছে তাই? আইভান ক'ত? উঠিবলৈ চেষ্টা কৰিও উঠিব নোৱাৰিলে বীতাই। মূৰটো ঘূৰোৱা যেন লাগিল আৰু বুকুৰ মাজত যেন এক নিদাৰুণ যন্ত্ৰণা।

অসহ্য তাপত তপ্ত তাম্ৰৰ দৰে ৰক্তাভ হোৱা আকাশখনলৈ চাই থাকিব নোৱাৰি বীতাই বাওঁফালে কাতি হ'ল। বাওঁফালে যিমান দূৰলৈকে দৃষ্টি যায় দুৰ্ভেদ্য অৰণ্যৰ বাহিৰে একোকে দেখা নাপালে। বিস্ময়ত হতবাক হৈ বীতাই পুনৰ উঠিবলৈ চেষ্টা কৰিলে। লাহে লাহে মনত পৰিল সমস্ত ঘটনা। বুমাৰেং জাহাজৰ ডেকৰ পৰা কেনেদৰে পৰি গ'ল তাই। এজন যাত্ৰীক বচাবলৈ গৈ তাই নিজেই উত্তাল সমুদ্ৰৰ বুকুত পৰি গৈছিল। সাগৰৰ ঢৌৱে নিশ্চয় কোনোবা উপকূলত আনি থৈ গ'লহি। কিন্তু এয়া দ্বীপনে উপকূল? দ্বীপ যদি কি দ্বীপ?

বীতা কোনোমতে উঠি বহিল।

সোঁ ফালে কিছু আঁতৰতে সমুদ্ৰ। আন তিনিওফালে গভীৰ অৰণ্য। দুই এটা পতংগৰ চিঁ চিঁ শব্দ আৰু নাম নজনা চৰাই কিছুমানৰ চিঞৰ-বাখৰ আহি বীতাৰ কাণত পৰিল।

ভীষণ পিয়াহ লাগিছিল বীতাৰ। অণ্ঠ-কণ্ঠ শুকাই গৈছিল। আন কথা চিন্তা কৰিবলৈ বীতাৰ তেতিয়া কোনো মানসিক শক্তিয়েই নাছিল। টলং পলং খোজেৰে বীতা অৰণ্যৰ ফালে আগুৱাই গ'ল, জানোচা ওচৰতে কৰবাত নিৰ্মল পানীৰ নিজৰা আছেই।

কিছুদূৰ আগবঢ়াৰ পিছতে সঁচাকৈয়ে পানীৰ কল্ কল্ শব্দ বীতাৰ কাণত পৰিল। মৃদু মধুৰ জল তৰংগই বীতাৰ মনলৈ সাহস আনিলে। প্ৰায় দৌৰি যোৱাৰ দৰে আগুৱাই যাবলৈ চেষ্টা কৰি বীতা বাগৰি পৰিল। কোনোমতে উঠি পুনৰ আগ বাঢ়িল। আশা আশংকাই বীতাৰ উন্মুখ মনত ঢোঁ-পোৰৰ আলপনা আঁকে।

বীতা ক্ৰমাৎ অৰণ্যৰ মাজত সোমাই পৰে। কিছু দূৰ গৈয়েই থমকি

ৰ'ৰলৈ বাধ্য হয়। সমুখতে এটি সৰু নিজৰা। কুলু কুলু ধ্বনিৰে বৈ আহিছে। স্ফটিক স্বচ্ছ পানী। বীতাই হেপাহ পলুৱাই পানী খালে। আঁজলিয়ে আঁজলিয়ে পানী লৈ বীতাই সমস্ত মুখ, চুলি আৰু দেহাটো ভিজাই পেলালে। তাৰ পিছতে নিজৰাৰ পাৰৰ এটা শিলৰ ওপৰত বহি স্বস্তিৰ নিশ্বাস পেলালে। নিজৰাৰ দুয়োকাষে নানান আকাৰৰ বিভিন্ন ৰঙৰ শিল। শিলবোৰ দেখিলে এনে লাগে যেন কিছুমান কাছই নিশ্চল হৈ ৰ'দহে পুৱাইছে।

নিজৰাৰ তলৰ সোণালী বালিয়ে চিকমিক কৰিছে ৰ'দৰ পোহৰত। সৰু সৰু মাছৰ জাকো খেলি খেলি ঘূৰি ফুৰা বীতাৰ চকুত পৰিল। ইফালৰ পৰা সিফালে যায় পুনৰ থাউকতে ঘূৰি আহে।

নিজৰাৰ আনটো পাৰত কিছু আঁতৰতে এটি সৰু পাহাৰ। দুকাষেই গভীৰ বন। দুপৰীয়াৰ প্ৰখৰ ৰ'দত মাজত শ্যামলতাৰ স্নিগ্ধ শোভা।

বীতাই চিন্তা কৰে এয়া তাই ক'লৈ আহিল। 'বুমাৰেঙ'ৰ কি হ'ল? এই প্ৰচণ্ড ধুমুহা বতাহৰ লগত যুঁজ কৰি বুমাৰেং নিশ্চয় ৰক্ষা পোৱা নাই। সাগৰৰ অতল আহ্বানত বুমাৰেঙৰ নিশ্চয় সলিল সমাধি ঘটিল। আৰু আইভানৰ? আইভানৰ কি হ'ল?

বীতাই হঠাৎ সৰু শিশুৰ দৰে কান্দিবলৈ ধৰিলে। কিয় তাইক সাগৰৰ বুকুৰপৰা উদ্ধাৰ কৰিলে ভগৱানে! ইয়াত তিল তিলকৈ নিদাৰুণ যন্ত্ৰণাৰ মাজেৰে শেষ হ'ব লাগিব তাই। ইয়াত কি খাই বাচি থাকিব? বাচি থাকি লাভেই বা হ'ব কি?

হঠাৎ বহু দূৰত ক'ৰবাত ড্ৰাম বজাৰ অস্পষ্ট শব্দ আহি বীতাৰ কাণত পৰিল। বীতা উচপ খাই উঠিল। ক'ত বাজিছে ড্ৰাম? থিয় হৈ চাৰিওফালে এবাৰ চকু ফুৰাই চালে বীতাই। বহু দূৰৰ পৰা আহিছে শব্দটো। দ্বীপটোত তেন্তে প্ৰাণীৰ বসতি আছে। এয়া নৰখাদকৰ আবাসভূমি নহয়তো! তেতিয়া হ'লে বীতাৰ আৰু ৰক্ষা নাই। এনে ধৰণৰ ড্ৰামৰ শব্দ বীতাই আফ্ৰিকাৰ এক নৰখাদকৰ দেশত শুনিছিল। নৰখাদক সম্পৰ্কে সিহঁতৰ স্বভাৱ আদিৰ বিষয়ে বীতাৰ ভাল অভিজ্ঞতা আছে। যদি নৰখাদকৰ দল সঁচাকৈয়ে এই দ্বীপটোত আছে তেন্তে সিহঁতৰ হাতৰপৰা সৰাৰ কথা চিন্তা কৰি লাভ নাই।

নিজৰাটোৰ পাৰে পাৰে বীতা উজাই গ'ল কিছু দূৰ। পিন্ধি থকা কাপোৰ কানি সকলো অবিন্যস্ত। সেইবোৰৰ প্ৰতি ভ্ৰূক্ষেপ নাই বীতাৰ। পিয়াহৰ পিছত এতিয়া অত্যন্ত ভোক লাগিছে। কিন্তু এই অৰণ্যখনত খাবলৈ আছে কি? থাকিলেও এতিয়া ক'ত বিচাৰিবগৈ?

কিছুদূৰ আগবাঢ়ি গৈ বীতা হতাশ বহি পৰিল। প্ৰকাণ্ড গছ এজোপাত আওজি বীতাই চকু দুটা মুদি ভৱিষ্যতৰ কথা চিন্তা কৰিলে। এতিয়াও বুজিব

পৰা নাই বীতাই, প্ৰকৃতত্তে এইটো এটা দ্বীপ নে কোনোবা দেশৰ উপকূল ভূমি। কিছু সময়ৰ পিছত চকু দুটা মেলি দূৰলৈ চালে। উদাস দৃষ্টি দূৰৰ কৰবাত নিবদ্ধ হ'ল। টোপ টোপকৈ অশ্ৰুধাৰা বীতাৰ দুগালেদি বৈ আহি কোলাত ৰখা হাত দুখনৰ ওপৰত পৰিল। অজানিতে বীতাৰ ওঁঠ দুখন কঁপি উঠিল। মুখৰ পৰা এটা শব্দ ফুটি ওলাল— 'আইভান'। বৰ কষ্টেৰেহে যেন নামটো ক'লে বীতাই। সপোনতো ভবা নাছিল বীতাই —আইভানৰ পৰা বিদায় লৈ যোৱা নিশা কেবিনটোৰ পৰা ওলাই অহা ক্ষণটোৱেই শেষ বিদায়ৰ ক্ষণ হ'ব।

সময়বোৰ আগুৱাই গৈ থাকে। পেটৰ ভোকো ক্ৰমান্বয়ে বাঢ়ি যায় বীতাৰ। কিবা কিবি বিচাৰি খাবই লাগিব। খাবলৈ বিচৰা মানে জীয়াই থাকিবলৈ বিচৰা। কিন্তু বীতা মৰিব কিয় ? হয়তো আইভান বাচি আছে। হয়তো এদিন বীতাই আইভানক পাবই। জীয়াই থকাৰ প্ৰবল আগ্ৰহ জন্মে বীতাৰ অন্তৰত। বহাৰ পৰা উঠি অৰণ্যৰ মাজে মাজে আগুৱাই গ'ল বীতা খাদ্যৰ সন্ধানত।

দূৰত শাৰী শাৰী নাৰিকলৰ গছ বীতাৰ চকুত পৰিল। হয়তো তলত দুই এটা নাৰিকল পৰি থকা নিশ্চয় পাব। কিন্তু সেইবোৰ খাব কেনেকৈ ? হাতত দা-কটাৰীও একো নাই। পঁচি থকা নাৰিকল পালেও খাব বীতাই।

হঠাৎ থমকি ৰ'বলৈ বাধ্য হ'ল বীতা। সোঁ কালে কিছু আঁতৰত্তে এজোপা জোপোহা গছত খেকেৰাৰ আকৃতিৰ কিছুমান ফল ওলমি থকা চকুত পৰিল কৌতুহলবশতঃ বীতা গছজোপাৰ তলত উপস্থিত হৈ দেখে আধা খোৱা অনেক ফল তলত পৰি আছে। মানুহৰ ভৰিৰ খোজো বীতাৰ দৃষ্টিগোচৰ হ'ল। বীতাই বুজি পালে যে ফলবোৰ বিষাক্ত নহয়, খাব পাৰি। কিন্তু এনে ধৰণৰ ফল পূৰ্বে বীতাই কেতিয়াও দেখা নাই।

গছজোপা জোপোহা হ'লেও হাতেৰে চুকি পোৱাত এটা ফলো নাছিল। ঘন ঘন ডালবোৰৰ কাৰণে উঠাৰ সুবিধা থকাত বীতা গছ জোপাত উঠি গ'ল। হাল-ধীয়া ৰঙৰ নিমজ ফল এটা ছিঙি লগে লগে বীতাই কামোৰ মাৰিলে। পকা অমিতাৰ দৰেই কোমল, সুস্বাদু। ডাল এটাত আৰামেৰে বহি এটাৰ পিছত এটাকৈ কেইবাটাও ফল তৃপ্তিৰে খালে। শেষ ফলটোৰ আধা খাই বাকী ডোখৰ তললৈ পেলাব খুজি হঠাৎ বীতা বৈ যাবলৈ বাধ্য হ'ল। অৰণ্যৰ মাজে মাজে ডকান পাত গচকি গচকি দহ-বাৰজন মান অৰ্দ্ধ উলংগ মানুহৰ দল, এটা হাতত একোদাল বিশেষ ধৰণৰ যাঠী লৈ আগবাঢ়ি যোৱা বীতাই দেখা পালে। তাকে দেখি বীতাৰ অষ্ঠ কণ্ঠ শুকাই গ'ল। নিশ্চয় এয়া কোনোবা নৰখাদকৰ দেশতহে আহি বীতা সোমাল।

সিহঁতৰ মুখ, পিঠি পেটবোৰ বিভিন্ন ৰঙেৰে অংকিত। কিম্ভুত-কিমাকাৰ

চেহেৰা। কঁকালৰ পৰা নিম্নদেশ গছৰ ছালেৰে আবৃত। দলটোৱে বোধহয় কিবা চিকাৰ বিচাৰি ফুৰিছে।

অকণো লৰচৰ নকৰাকৈ শিলৰ মূৰ্তিৰ দৰে বীতা গছৰ পাতৰ আঁৰতে স্থিৰ হৈ ৰ'ল। শ্বাস-প্ৰশ্বাস লবলৈকো সাহস নকৰিলে বীতাই —জানোচা সেই শব্দও সিহঁতে শুনে।

লাহে লাহে দলটো আঁতৰি গ'ল।

এটা সময়ত বীতা গছজোপাৰ পৰা নামিল আৰু চাৰিওফালে সন্ত্ৰস্ত দৃষ্টিৰে চালে। যিকোনো দিশেৰে সেই ঠাইৰ পৰা আগবাঢ়িবলৈও বীতাই সাহস নকৰিলে। জানোচা সেই অসভ্য জাতিটোৰ চকুত পৰে। সিহঁতৰ চকুত পৰিলে মৃত্যু নিশ্চয় অনিবাৰ্য। দলটো হয়তো অলপ পিছতে আকৌ ঘূৰি আহিব পাৰে। এতেকে সেই ঠাইৰ পৰা কিছু দূৰ আঁতৰি থকাই মংগল বুলি ভাবি অতি সন্তৰ্পণে আগবাঢ়িল অৰণ্যৰ মাজে মাজে।

এক যন্ত্ৰণাদায়ক যাত্ৰা। সৰ্বাংগ ঘৰ্মাক্ত। সেই দেহাৰেই সেযেকা গভীৰ অৰণ্যৰ মাজেৰে আগবাঢ়ি যাওঁতে বনৰীয়া লতাত ভৰি পাক খাই বীতা কেইবাবাৰো বাগৰি পৰিছিল। এক বিষণ্ণ অপৰাহ্নৰ সময়। মধ্যাহ্নৰ সূৰ্যৰ প্ৰখৰ ৰশ্মিও সেই গভীৰ অৰণ্যত প্ৰবেশ কৰিব নোৱাৰে।

সন্ধ্যাৰ লগে লগে বীতা গৈ এটা সৰু পাহাৰৰ সন্মুখীন হ'ল। পাহাৰৰ নামনিতে বৃহৎ-বৃহৎ কেইটামান শিল। শিলবোৰ এটাৰ ওপৰত এটা এনেদৰে আছে যেন কোনোবাই সজাইহে থৈছে। সেই শিলবোৰৰ মাজেৰেই বিপুল বোল তুলি নামনিলৈ বৈ আহিছে এটা সৰু নিজৰা। বীতাৰ ঠাই টুকুৰা ভাল লাগিল। ইয়াত শিলৰ আঁৰত আত্মগোপন কৰাৰ সুবিধাও আছে। কিন্তু হিংস্ৰ জন্তু যদি আছে তেতিয়া হ'লে বীতাই সিহঁতৰ আক্ৰমণৰ পৰা নিজক ৰক্ষা কেনেকৈ কৰিব? ভগৱানৰ ওপৰতে ভৰসা কৰি নিশাটো কটাবলৈ শিলৰ আঁৰৰ এডোখৰ সমান ঠাই বিচাৰি ল'লে।

সন্ধ্যা যিমানে ঘন হৈ আহিল, অৰণ্যও যেন সিমানে জীৱন্ত হৈ আহিল। চতুৰ্দিশে বিভিন্ন ধৰণৰ শব্দৰ সৃষ্টি হ'ল। বেছি ভাগেই চৰাইৰ বিচিত্ৰ চিঞৰ-বাখৰ। বাৰিষা ভেকুলীয়ে মতাৰ দৰে শব্দও আহি কাণত পৰিল।

বীতা সেই ঠাই টুকুৰাত বহিল। চতুৰ্দিশে কিমান যে গছ গছনি! বিস্তীৰ্ণ অঞ্চল জুৰি গছৰ বাহিৰে যেন আন একো নাই। পাহাৰটোৰ পৰা কিছুমান বৃহৎ বৃহৎ চৰাই লৌ লৌৱাই উৰি যোৱা বীতাৰ দৃষ্টিগোচৰ হ'ল। কি চৰাই বীতাই চিনি নাপালে। বোধহয় বাদুলী জাতীয়। বীতাৰ মনত পৰিল আমাজন অঞ্চলত এবিধ ভয়ংকৰ হিংস্ৰ শগুণ আছে, ঠিক এনে ধৰণৰ। এই দ্বীপটো পৃথিবীৰ কোন অংশত অৱস্থিত হ'ব পাৰে বীতাৰ পক্ষে তাৰ উত্তৰ পোৱা কঠিন।

অৰণ্যো এই ভূখণ্ড নিঃসন্দেহে এটা দ্বীপেই হ'ব লাগিব। দ্বীপ হ'লেও এই অৰণ্য আৱাজন অঞ্চলৰ অৰণ্যৰ দৰেই সাদৃশ্য আছে।

দুটা শিলৰ কাষতে বীতাই দীঘল দি পৰি বিশ্ৰাম ল'লে। ওপৰত তৰা ভৰা বিশাল আকাশখন। সৃষ্টিৰ আদিম যুগৰ পৃথিৱী যেন এইখন। ডাইনোচৰ যুগৰ পৃথিৱী এয়া। লক্ষ্য কোটি বছৰৰ পূৰ্বৰ। জনহীন পৃথিৱী, মানুহ সৃষ্টিৰ বহু যুগৰ আগৰ পৃথিৱী। এই পৃথিৱীত বীতাই যেন একমাত্ৰ মানুহ।

কোনোবা এটা সময়ত বীতাৰ দুচকুলৈ নামি আহিল গভীৰ নিদ্ৰা। নিশা যিমানে গভীৰ হৈ আহিল দ্বীপটোত শীতৰ প্ৰকোপো বাঢ়ি আহিল। বীতাৰ গাতে লাগি থকা শিল দুটা বৰফ যেন চেঁচা হৈ পৰিল। আঠু দুটা কোচাই বুকুৰ ওচৰলৈ আনি এজনী সৰু ছোৱালীৰ দৰে কুচি মুচি হৈ বীতাই সেই শীতৰ পৰা ৰক্ষা পাবলৈ চেষ্টা কৰিলে। নিশাৰ শেষৰ ফালে শীতল বতাহৰ প্ৰকোপ বৃদ্ধি পোৱাত বীতা উঠি বহিবলৈ বাধ্য হ'ল।

অনেক দূৰৰপৰা ভাঁহি অহা ড্ৰাম বজোৱাৰ শব্দ বীতাৰ কাণত পৰিল। নিশাতো সেই একে শব্দকে শুনিছিল। তাৰ বাহিৰে আৰু ক'তো কোনো পশু পক্ষীৰ সাৰি শব্দ নাই। কাষৰ নিজৰাটোৰ মৃদু মধুৰ কল্ কল্ শব্দ, দূৰৰ সাগৰৰ ঢৌৰাৰ ঢৌৰ শব্দ আৰু বতাহজাকৰ শিল-গছ্ আদিৰ ফাকেৰে আহোতে বজোৱা সুহুৰি এয়া গোটেই নিশাটোৱেই চলি আছে।

সেই শীতৰ পৰা ৰক্ষা পোৱাৰ উপায় নাই। কঁপি কঁপি বীতা একে ঠাইতে বহি থাকিল। শেহ নিশা জোন ওলাইছে আকাশত। জ্যোৎস্নাৰ স্বৰ্ণময় স্পৰ্শত নিশাৰ ঘনীভূত আন্ধাৰ তৰল হৈ পৰিল। নিজৰাৰ পানীতো জ্যোৎস্নাৰ ৰূপচ্ছটা। পানীৰ তৰংগত বন্দী হৈ যেন আকাশৰ এক চন্দ্ৰ সহস্ৰ খণ্ডত খণ্ডিত হৈ ধৰা পৰিছে।

গছবোৰৰ পাতত নিয়ৰ জমা হৈ টুপ টাপ কৰি বৰষুণৰ টোপালৰ দৰে নিয়ৰকণাবোৰ তলৰ পাতত পৰিছে। তলৰ পাতৰ পৰা আৰু তলত।

অৰণ্যই এতিয়াও সম্পূৰ্ণ সাৰ পোৱা নাই। দুই এটা পতংগ আৰু অচিন পক্ষীৰ দুই এটা চিপ্ চিপ্ শব্দ আহি কাণত পৰিছে। বহি বহিয়েই যে কিমান সময় পাৰ কৰি দিলে বীতাই।

তাৰ পিছত এটা সময়ত অৰণ্যই সাৰ পালে। সূৰ্য পূব আকাশত উদয় হ'ল যদিও পাহাৰৰ আঁৰতে লুকাই ৰ'ল। মাত্ৰ পূব আকাশৰ ৰক্তিম আভাবিনিহে চকুত পৰিল।

বীতা ধীৰে ধীৰে শিল দুটাৰ পৰা তললৈ নামি সাগৰৰ ফালে আগুৱাই গ'ল। অজ্ঞাত উদাসীন ভংগী, যেন বাধ্যত পৰিহে আগ বাঢ়িছে। সাগৰৰ পাৰত থিয় হৈ বিষণ্ণ মনেৰে বীতাই বহু দূৰলৈ চাই পঠিয়ালে। তাঁনোচা কপৰাত

কাৰোবাৰ জাহাজ দেখা পায়েই। যিমান দূৰলৈকে দৃষ্টি যায়, সিমান দূৰলৈকে ক'তো একো নাই। মাথোন পানী-পানী আৰু পানী। আৰু বৃহৎ বৃহৎ ফেনিল ঢৌবোৰ। ঢৌবোৰে আহি একো একোবাৰ বীতাৰ ভৰি দুখন তিয়াই থৈ যায়হি। নিঃশব্দে কেইটোপালমান চকুলো গালৰ ওপৰেদি বাগৰি আহি সাগৰৰ পানীৰ লগত মিলি গ'ল।

চিঞৰি চিঞৰি কান্দিবলৈ মন গ'ল বীতাৰ। সৰ্বশক্তি প্ৰয়োগ কৰি আই-ভানক চিঞৰি চিঞৰি মাতিবলৈ মন গ'ল। কিন্তু ক'ত আইভান। বুকুৰ ভিতৰত কিহবাই তোলপাৰ কৰি উঠিল। ক'ত গ'ল বীতাৰ অন্তৰৰ ভিতৰৰ জীৱনৰ বিশাল তৰংগ উদ্দাম অনুভৱ? শক্তিৰ, উৎসাহৰ, কল্পনাৰ, আনন্দ-উদ্দীপনাৰ, সৌন্দৰ্যৰ মাধুৰ্যৰ সেই মন-প্ৰাণ পাগল কৰা উদ্দাম বাধা বন্ধহীন গতিবেগ। আইভানৰ প্ৰেম আইভানৰ ভাল পোৱা—সকলো শেষ হৈ গ'ল এনিশাৰ সামান্য এটি দুৰ্ঘটনাতে। এই দুৰ্ঘটনাৰ সৃষ্টি ভগৱানে একমাত্ৰ বীতাৰ কাৰণেই কৰিছিল নেকি? আইভানক বীতাৰ পৰা আঁতৰাই নিবলৈকে এই ষড়যন্ত্ৰ ভগৱানৰ। ওহোঁ হ'ব নোৱাৰে। এই দ্বীপটোত বীতাই শেষ দিনলৈকে আইভানৰ বাবে অপেক্ষা কৰিব। বীতাৰ দৃঢ়বিশ্বাস, আইভান বাচি আছে আৰু বীতাক বিচাৰি এদিন এই দ্বীপত পদাৰ্পণ কৰিবই।

ধীৰে ধীৰে বীতা পুনৰ উভতি আহিল আগদিনা আশ্ৰয় লোৱা ঠাই খণ্ডলৈ। নিজৰাৰ পানীৰে মুখখন পখালি দিনটোৰ আহাৰৰ সন্ধানত পুনৰ নিজৰাৰ পাৰে পাৰে অগ্ৰসৰ হ'ল। আগদিনা আৱিষ্কাৰ কৰা গছ জোপাৰ পৰা কেইটামান ফল আৰু দুটামান নাৰিকল আশ্ৰয় লোৱা ঠাইডোখৰত গোটাই ল'লে। কিন্তু নাৰিকল দুটাৰ বাকলি গুচাবলৈ শিলত মৰিয়াই মৰিয়াই বীতা ভাগৰি পৰিল। এটা নাৰিকলৰ একাল বাকলি গুচাই পুনৰ চেষ্টা নকৰি থৈ দিলে। সুখত উঠা ছোৱালী বীতা, ইমান শাৰীৰিক কষ্ট কৰাৰ অভ্যাস নাই।

ইতিমধ্যে বেলি ভালেখিনি উঠিল। দ্বীপটো ক্ৰমে গৰম হৈ আহিল। দুটামান ফল খাই বীতাই নিজৰাৰ পানীতে গাটো ধুবলৈ মন কৰিলে। পিন্ধি থকা শাৰ্টিং চাৰ্ট আৰু কৰ্ডুৰয় ব্ৰীচেচটো খুলি বীতাই শিল এটাৰ কাষত থ'লে। তাৰ পিছত চাৰিওকালে এবাৰ চাই স্লেক্‌চৰ তলত পিন্ধা বিকিনি আৰু ব্ৰাটোও খুলি সম্পূৰ্ণ উলংগ হৈ নিজৰাটোলৈ নামি গ'ল। পাহাৰটোৰ পৰা পোনে পোনে থিৰ হৈ যি ঠাইত নিজৰাটো পৰিছে সেই ঠাইতেই পানী এবুকু ম; বাকী অংশত একাঠুত কৈও কম। সেই ঠাইতেই গা ধুলে বীতাই। শীতল পানীখিনিৰ পৰা উঠি আহিবলৈ বীতাৰ মন নগ'ল। অনেক সময় ধৰি পানীতে সাঁতুৰি নাদুৰি থাকিল।

এটা সময়ত পানীৰ পৰা উঠি আহি গাটো শুকুৱাবলৈ বহল শিল এটাৰ ওপৰত আঠু কাঢ়ি বহিল। সোণালী চুলিখিনিৰ পৰা টোপ টোপকৈ পানীবোৰ গাৰ ওপৰেদি পিচলি গৈ শিলটো তিয়াই দিছিল। ৰীতাৰ নিজকে পৃথিৱীৰ আদিম মানৱ যেন লাগিল।

দেহাটো সম্পূৰ্ণ শুকুৱাৰ পিছত ৰীতাই এটা এটাকৈ কাপোৰবোৰ পুনৰ পিন্ধি ল'লে। কেই মিনিট মানৰ পিছত দুটামান ফল পুনৰ খাই ৰীতাই শিলটোৰ আঁৰতে সামান্য বিশ্ৰাম কৰিলে। নাৰিকল এটা ভাঙিবলৈ পুনৰ চেষ্টা কৰাৰ কথা ভাবিলে যদিও অলসভাৱে চকু দুটা মুদি শুই পৰিল।

এনেকৈ আৰু ইয়াত কিমানদিন পাৰ কৰিব লাগিব কোনে জানে? নাৰিকল আৰু সেই ফলবোৰতো সদায় পোৱা নাযাব। তাৰ পিছত? তাৰ পিছত সাগৰৰ পাৰে পাৰে কেকোঁৰা আৰু শামুক বিচাৰিব লাগিব, নিজহাতে মাছ ধৰিব লাগিব আৰু সেইবোৰ কেঁচাই কেঁচাই খাব লাগিব। ভাবিলেই ঘিণ লাগে। কিন্তু জীয়াই থাকিব লাগিব। অন্ততঃ আইভানৰ কাৰণে, আইভানৰ প্ৰেমৰ কাৰণে। কিন্তু এই দ্বীপটোৰ অধিবাসীবোৰৰ হাতত যদি কেনেবাকৈ ৰীতা পৰে? আৰু সিহঁত যদি নৰখাদক হয়? সেইবোৰ কথা ভবাৰ লগে লগে ৰীতাৰ বুকুখন কঁপি উঠিল।

কিছু সময়ৰ পিছত ৰীতা পুনৰ উঠি বহিল। আধা বাকলি গুচাই থোৱা নাৰিকলটোৰ বাকীখিনি গুচাবলৈ এটা দীঘলীয়া জোঙা শিল বিচাৰি আনি নাৰিকলটোৰ ওপৰত আঘাত কৰিবলৈ ধৰিলে। এনেদৰে খুন্দিয়াওঁতে খুন্দিয়াওঁতে ৰীতাৰ হাতখন বিষাই গ'ল। অৱশেষত বাকলিবোৰ নাৰিকলটোৰ পৰা একৰাবলৈ সমৰ্থ হ'ল। এটা স্বস্তিৰ নিশ্বাস এৰি নাৰিকলটোৰ টান খোলাটোত শিলটোৰে পুনৰ আঘাত কৰিলে। নাৰিকলটো দুফাল হ'ল। ভিতৰৰ পানীখিনি হেপাহ পলুৱাই খাই ৰীতাই শিলটো দূৰলৈ দলিয়াই দিলে। এটাৰ পৰা এটা শিলত পৰি ক্ৰমান্বয়ে তললৈ গৈ সৰু শিল টুকুৰা নিজৰাটোৰ পাৰত গৈ পৰিল। নাৰিকল দুফাল শিলত খুন্দিয়াই খুন্দিয়াই সৰু সৰু অংশত পৰিণত কৰি ৰীতাই এডোখৰ মুখত ল'লে। লগে লগে চমকি উঠিল ৰীতা। সন্মুখত বিভিন্ন চৰাইৰ পাখি, জন্তুৰ ছালেৰে আবৃত তিনিজন দ্বীপবাসী থিয় হৈ আছে। তিনিওৰে হাতত সুতীক্ষ্ণ বৰ্চা আৰু তিনিওৰে দৃষ্টি ৰীতাৰ ওপৰত নিবদ্ধ। ৰীতাই এটা চোক গিলি পিছলৈ চালে। পিছফালেও থিয় হৈ আছে কেইবাজনো দ্বীপবাসী। আটাইৰে দেহত একেধৰণৰ চৰাইৰ পাখি আৰু জন্তুৰ ছালেৰে তৈয়াৰী পোছাক। ৰীতাৰ মুখৰ পৰা আধা খোৱা

নাবিকল টুকুৰা খহি পৰিল। কপালত মুক্তাৰ দৰে বিন্দু বিন্দু ঘামৰ টোপালবোৰ জিলিকি উঠিল। এনে লাগিছিল যেন এই মুহূৰ্ত্তে জ্ঞান হেৰুৱাই শিলটোৰপৰা বাগৰি তলত পৰিব। ভুল কৰিলে বীতাই। বোধহয় তললৈ পেলাই দিয়া শিলৰ শব্দ শুনিয়েই এই দ্বীপবাসীবোৰে বীতাক দেখা পালে। হয়তো তেতিয়া ইহঁত চিকাৰৰ সন্ধানত এই পথেৰেই আহিছিল।

বীতাৰ শৰীৰৰ সমস্ত তেজ যেন জমি গৈ বৰফ শীতল হৈ পৰিছে। মূৰটো ঘূৰিবলৈ ধৰিলে বীতাৰ। সমুখৰ কেইজনে বীতালৈ যাঠী টোৱাঁই ধীৰে ধীৰে ওপৰলৈ উঠি আহিল। বীতাই চকুৰে অন্ধকাৰ দেখিলে। তীব্ৰ জোৰেৰে এটা চিৎকাৰ কৰি শিলটোৰ পৰা বীতা তললৈ বাগৰি পৰিল।

দ্বীপবাসী কেইজনে বীতাক তৎক্ষণাৎ ধৰি পেলালে। আটাইবোৰে কিছু সময় ধৰি বীতাক অবাক হৈ চালে। এটাই বীতাই সোণালী চুলিবোৰ লিবিকি বিদাৰি আনু কেইটাক অবোধ্য ভাষাৰে কিবা ক'লে। কেইজনমানে বীতাৰ হাত আৰু ভৰি গছৰ লতাৰে ভালদৰে বান্ধি তাৰ মাজেৰে যাঠী এডাল সুমুৱাই কান্ধত তুলি ল'লে আৰু সেইদৰেই আটাই কেইজন অৰণ্যৰ মাজে মাজে আগ বাঢ়িল।

হাত আৰু ভৰিত টান পৰাত কিছু সময়ৰ পিছত বীতাই জ্ঞান ঘূৰাই পালে। প্ৰথমতে ভেবেলুৱৰ গৈ থকা অৱস্থাত বেচেৰীয়ে বুজিবই পৰা নাছিল পিছত গম পালে যে সেই অসভ্য দলটোৱে শ্বাপদ জন্তুৰ দৰে বান্ধি দাঙি লৈ গৈ আছে।

অৰণ্যখন বীতাই যিমান ডাঙৰ বুলি ভাবিছিল, প্ৰকৃততে সিমান বহল নহয়। কিছু দূৰ যোৱাৰ পিছতে অৰণ্যৰ শেষ হ'ল আৰু এখন নদীৰ পাৰত আটায়ে উপস্থিত হ'ল। বীতাক পাৰত নমাই হাত ভৰিৰ বান্ধবোৰ খুলি দিলে। নদীৰ পাৰত কেইখনমান সৰু সৰু নাও। এখনত খুব বেছি তিনিজন উঠি যাব পাৰে। বীতাক লৈ দলটো নাওবোৰত উঠিল। লগে লগে নাওবোৰে সিপাৰলৈ চাপলি মেলিলে।

নদীৰ সিটো পাৰত অনেক সৰু সৰু জুপুৰী ঘৰ বীতাৰ দৃষ্টি গোচৰ হ'ল। তাৰে ভিতৰত এটা ঘৰ যথেষ্ট ডাঙৰ। ঘৰটোৰ ভিতৰৰ পৰা ধোঁৱাৰ কুণ্ডলী ওলাই বতাহত মিলি গৈছে।

ইতিমধ্যে বীতাই জীৱনৰ মায়া এৰি দিছে। ইহঁতে এনেয়ে বীতাক কঢ়িয়াই অনা নাই। নিশ্চয় পাঁৱলৈ নি জীয়াই জীয়াই পুৰি খাব। মৃত্যু যেতিয়া অৱশ্যম্ভাবী, সেই বিষয়ে চিন্তা কৰি বা ভয় কৰি লাভেই বা কি হ'ব।

সৰু নাওবোৰ টুলুং ভুটুংকৈ আগবাঢ়ি গৈ থাকিল। বীতাই আদিবাসীবোৰলৈ চালে। ডঃ হেমিংটনৰ কিত্ৰশৰ কথাষাৰ মনত পেলালে। পৃথিৱীৰ

চুকে কোণে থকা বিভিন্ন জাতি উপজাতিবোৰৰ বিশেষকৈ অসভ্য আদিবাসীবোৰৰ বিষয়ে লিখা ডঃ হেমিল্টনৰ কিতাপখনত এই জাতিটোৰ কথা লিখা আছেনে নাই বীতাই মনত পেলাবলৈ চেষ্টা কৰিলে। যৰৰ আকৃতি, নাও আৰু ইহঁতৰ বেশভূষালৈ চালে ইহঁতক অসভ্য শাপাতে জাতিৰ দৰেই লাগে। এই জাতিটো যদি শাপাতে জাতি হয় তেন্তে ডঃ হেমিল্টন এই দ্বীপত পদাৰ্পণ কৰিছিল। আৰু এইটো এটা প্ৰকাণ্ড দ্বীপ; ইয়াতে পাঁচ ছটা অসভ্য আদিবাসীৰ দল থাকিব লাগিব। পৃথিৱীৰ বিভিন্ন প্ৰান্তৰৰ অসভ্য আদিবাসীৰ বিষয়ে বীতাৰ যথেষ্ট জ্ঞান আছে। আমাজন অববাহিকাত থকা অনেক আদিবাসী বীতাই দেখিছে। কিছুমান জাতি ইতিমধ্যে পৃথিৱীৰ বুকুৰ পৰা নিশ্চিহ্ন হৈ গৈছে।

তেন্তে বীতা সঁচাকৈয়ে শাপাতে জাতিৰ হাতত পৰিল। তেন্তে এই দ্বীপটোৰ নামেই নাভাৰো যিটো নাম ডঃ হেমিল্টনে দিছিল। শাপাতেবোৰে যুদ্ধাস্ত্ৰ হিচাপে ধেনুকাঁড়, যাঠী, ফুঁ দিয়া বিষাক্ত কাঁড়ৰ নল ( Blow Arrow), কুঠাৰ আদি ব্যৱহাৰ কৰে। ইহঁতৰ জীৱনৰ বেছি ভাগ সময় যুদ্ধতে লিপ্ত হৈ থাকিব লগা হয়। কাৰণ ইহঁতকৈও শক্তিশালী হিংস্ৰ জাতি হোৰেণা, মুণ্ডিয়া আদিয়ে শাপাতেৰ গাওঁ প্ৰায়ে আক্ৰমণ কৰে।

প্ৰথম নাওখন পাৰত লগাৰ লগে লগে তাৰ আৰোহী দুজন একে জাপে পাৰত উঠি বিশ্বাশবদে লৰ দিলে যৰবোৰৰ ফালে। ক্ষন্তেকৰ ভিতৰতে আদিবাসীবোৰৰ এটা ডাঙৰ দল, আটাইবোৰেই প্ৰায় উলংগ, নদীৰ পাৰত থিয় হৈ অংগী ভংগী কৰি কথা ক'বলৈ ধৰিলে।

ইতিমধ্যে আন কেইখন নাও আহি পাৰত লাগিল। বীতাক লৈ আটাই কেইজন নাৱৰ পৰা নামিল। বীতাক দুজনে দুবাহুত ধৰি প্ৰায় চোচোৰাই নিয়াদি লৈ গ'ল আৰু আদিবাসীবোৰৰ মাজত থিয় কৰিলে। আদিবাসীবোৰে বীতাক ঘেৰি চাবলৈ ধৰিলে আৰু অংগীভংগী কৰি মুখেৰে চিএৰি চিএৰি কিবা ক'বলৈ ধৰিলে। মাইকীবোৰৰেই কোলাহল বেছি। মতাবোৰ গম্ভীৰ। বীতাই সিহঁতলৈ ভয়াৰ্ত দৃষ্টিৰে চাই ৰ'ল। মুখ শুকাই চেঁচা যেন হ'ল। মাইকীবোৰৰ দেহত একো আবৰণ নাই বুলিলেই হয়। মাত্ৰ বুকুত এডাল গছৰ পাতৰ বহল মালাৰ দৰে আৱৰণ। মতাবোৰৰ এচাম সম্পূৰ্ণ উলংগ। এচামৰ কঁকালৰ পৰা তল-ছোৱা গছৰ ছালৰ আৱৰণ। কিছুমানৰ দেহত আকৌ চিত্ৰ-বিচিত্ৰ আঁক-বাঁক।

এনেতে বিশাল চেহেৰাৰ এজন কিম্ভুত কিমাকাৰ লোক আহি বীতাৰ সমুখত থিয় হ'ল। নানা ৰঙৰ পাখিৰে মূৰত মুকুট, বিবিধ জন্তুৰ দাঁতেৰে তৈয়াৰী কণ্ঠহাৰ, হাড়ৰ বাহুত্ৰে অনুৰূপ দাঁতৰ খাৰু, মুখৰ বঙা, ক'লা আৰু বগা ৰঙেৰে

চিত্রিত, কঁকালৰ পৰা নিম্নাংশ চৰাইৰ পাখিৰে সুন্দৰ ভাবে তৈয়াৰ কৰা আৱৰণ পিন্ধা এই বিশাল চেহেৰাৰ লোকজন জাতিটোৰ ৰজা বুলি বীতাই অনুমান কৰিলে।

ৰজাই বীতালৈ কিছু সময় চাই থাকি সোঁহাতখন ওপৰলৈ তুলি কিবাকিবি অবোধ্য ভাষাত চিএৰি ক'বলৈ ধৰিলে। লগে লগে কেইজনমানে বীতাকলৈ ৰৰবোৰৰ ফালে আগবাঢ়িল। বীতাৰ তেতিয়া মৃতপ্ৰায় অৱস্থা।

এডোখৰ মুকলি ঠাইত বীতাক থিয় কৰি আটাইবোৰ পুনৰ ঘূৰণীয়াকৈ থিয় হ'ল। ৰজা এডোখৰ ওখ আসনত বহিল। ৰজাৰ কাষতে বহিল ৰজাৰ মহিষী। অকণ্তেক পিছতে সৰ্বদেহতে ক'লা বং সনা আঁকি দেহৰ এজন আদিবাসী আহি বীতাৰ সন্মুখত থিয় হ'ল। তাৰ এহাতত এডাল হাড় আৰু আনখন হাতত দুডাল মান সৰু গছৰডাল। হাতত লৈ থকা হাড়ডাল বোধহয় মানুহৰে হাড়। বীতাই মানুহটোলৈ চাবেই বুজিলে যে ই গাঁৱৰ জাতিৰ মণ্ডল চাওঁতা আৰু ভৱিষ্যত বক্তা।

মানুহটোৱে বিকট জোৰেৰে চিএৰি উঠিল। সেই চিএৰত বীতা উচপ খাই উঠিল। তাৰ পিছত মানুহটো কঁপিবলৈ ধৰিলে ভীষণ ভাবে। কঁপি কঁপি মানুহটোৱে মুখেৰে কিছুমান অদ্ভুত শব্দ কৰি বীতাৰ চাৰিওফালে জপিয়াই জপিয়াই ঘূৰিবলৈ ধৰিলে। তাৰ পিছত দীঘল চুলিৰে সৈতে মূৰটো জোকাৰি জোকাৰি ৰজাৰ ওচৰ চাপি হাতৰ হাড় ডালেৰে মাটিত কিছুমান ত্ৰিভুজ, চতুৰ্ভুজ আঁকি আনখন হাতৰ গছৰ সৰু ডাল কেইটা তাৰ ওপৰত পেলাই দিলে। ৰজা থিয় হ'ল আৰু মণ্ডল চাওঁতাজনৰ মুখলৈ চালে।

: ইনি আমা কাওেলা। —মণ্ডল চোৱা মানুহটোৱে চিএৰি উঠিল।

: পিনু ইচা কামা। —ৰজাই সোঁহাতখন দাঙি মানুহবোৰলৈ চাই ক'লে।

: মা কা মা। —সকলোৱে একেস্বৰে চিএৰি উঠিল।

মণ্ডল চাওঁতাজনে হাঁচিলে আৰু বীতাৰ ওচৰলৈ আহি হাড় ডাল বীতাৰ মূৰৰ চাৰিওফালে ঘূৰালে। এনেতে উলংগ নাৰী এজনীয়ে হাতত কাঠৰ বাটি এটা লৈ বীতাৰ ওচৰলৈ আহিল। বাটিটোত হালধীয়া ৰঙৰ ডাঠ পানীয়। পানীয়খিনি মানুহজনীয়ে বীতাৰ মূৰত ঢালি দিলে। লগে লগে আটাইবোৰে কিছুমান অবোধ্য শব্দেৰে একেলগে চিএৰি উঠিল। তাৰ পিছত আৰু এবাটি পানীয় অনা হ'ল। বাটিৰ পানীয়খিনিৰ ৰবণ পাতল বগা আৰু মদৰ কৰ। মণ্ডল চোৱা জনে হাতত বাটিটো লৈ তাৰ ওপৰেদি দুবাৰ মান হাড়ডাল ঘূৰাই পানীয়খিনি বীতাৰ হাতত তুলি দি খাবলৈ ইংগিত দিলে। বীতাই সজ্ঞানে এবাৰ বাটিৰ পানীয়খিনি আৰু আনবাৰ মণ্ডলচোৱা মানুহটোৰ ভাব লেশহীন মুখখনলৈ

চালে। অভিব্যক্তিহীন এখন মুখ। মুখ চাই ইহঁতৰ মনৰ ভাব বুজা কঠিন। আৰু ইহঁতৰ আদেশ নিৰ্দেশ মতে কাম নকৰামানে মৃত্যু অনিবাৰ্য। একেয়ো সিহঁতে এৰি নিদিয়ে। এয়া যদি বিহ হয়, বিহ খাই মৰাই শ্ৰেয়ঃ। বীতাই পানীখিনি একেবাৰতে পি পেলালে। স্বাদটো বেয়া নহয়। ভাব নাৰিকল পানীৰ লগত আৰু কিহবাৰ সংমিশ্ৰণ।

বজাই সোঁহাতখন ওপৰ কালে উঠালে।

লগে লগে বীতাক এটা ঘৰৰ ভিতৰলৈ লৈ যোৱা হ'ল। ঘৰটোৰ ভিতৰতে এটা খুটাৰ লৈতে সিহঁতে বীতাক বান্ধি থৈ ওলাই আহিল। বীতাৰ আৰু বুজিবলৈ বাকী নাথাকিল যে ইয়াৰ পিছত তাইৰ কি শাস্তি হ'ব পাৰে। দুখাৰি চকুলো বৈ আহিল তাইৰ দুগালেদি। মনত পৰিল প্ৰেমিক আইভানলৈ তাইৰ মৰখনলৈ আৰু তাইৰ জন্মভূমিলৈ। সকলো সপোন ধূলিসাৎ হৈ যাব। ডঃ হেমিল্টনৰ মতে ইহঁতেই শাপাতে জাতি। বীতাক বোধহয় ৰাখি থৈছে পূৰ্ণিমাৰ নিশালৈ। প্ৰতি পূৰ্ণিমাৰ নিশাতে ইহঁতে ইহঁতৰ আৰাধ্য দেৱতাৰ ওচৰত নৰবলি দিয়ে। সচৰাচৰ নৰবলিৰ কাৰণে ইহঁতে গোৰেণা বা মুক্তিয়া জাতিৰ গাওঁবোৰ আক্ৰমণ কৰে। আৰু সিহঁতৰ মানুহ ধৰি আনি পূৰ্ণিমাৰ নিশা নৰবলি দিবৰ কাৰণে ৰাখি থয়।

এতিয়া ইহঁতৰ পৰা বাচি যোৱাৰ কথা চিন্তাই কৰিব নোৱাৰি। নিশ্চিত মৃত্যুৰ দিন সমাগত। পূৰ্ণিমালৈ হয়তো আঠ ন দিন আছে। ইমানেই আয়ুস বীতাৰ।

এনেতে ঘৰটোৰ ভিতৰলৈ এজন শাপাতে যুৱক সোমাই আহিল। তাৰ এহাতত এডাল ৰাঠী আৰু আনখন হাতত আপেলৰ দৰে এটা ধুনীয়া ফল। বীতাই যুৱকলৈ কৌতুহলেৰে চাই ৰ'ল। যুৱকৰ দেহৰ বৰণ তামৰ। সমস্ত শৰীৰ নৰ্মাক্ত। ডিঙিত হাড়েৰে তৈয়াৰী এধাৰ মালা। দুহাতত কাঠেৰে তৈয়াৰী দুডাল বহল খাৰু। ককালৰ পৰা নিম্নাংশ গছৰ ছালেৰে আবৃত। দুকাণত কাঠেৰেই তৈয়াৰী কিবা দুডাল ওলোমাই ৰখা আছে।

সি বীতালৈ চাই হাঁহিলে। তাৰ হাঁহিত কোনো বিদ্ৰূপ বা হিংস্ৰতাৰ ভাব নাই। করুণাৰ ভাৱহে ফুটি ওলাল। আচৰিত লাগিল বীতাৰ। সি ৰাঠীডাল বেৰ এখাত আউজাই ৰাখি ফলটো লৈ বীতাৰ কালে আগবাঢ়িল। বীতাৰ মুখৰ ওচৰত ফলটো ধৰি সি বীতাক খাবলৈ ইংগিত দিলে। বীতাই অবাক হৈ এবাৰ তাৰ মুখলৈ আৰু আনবাৰ ফলটোলৈ চালে। সি মুখেৰে একো নকৈ আংগী ভংগীৰে বীতাক বুজাবলৈ চেষ্টা কৰিলে। বীতাই কিবাকিবি বুজিলে তাৰ

ভাবার্থ হ'ল যে, : ফলটো বেগেতে খাই লোৱা; নহ'লে কোনোবাই আহি দেখিব। আৰু কোনোবাই দেখিলে তাৰো ৰক্ষা নাই। সি নৱনতহে বীতাৰৈ ফলটো আনি দিছে।

বীতাই তাৰ হাতত্তে ফলটো কামুৰি কামুৰি খালে। কাৰণ বীতাৰ হাত দুখন বন্ধা আছিল। বীতাই ফল খোৱা দৃশ্যটো দেখি তাৰ বৰ আনন্দ লাগিল ফলটো খোৱাৰ পিছত বীতাই তাৰ মুখলৈ চাই এটা কৰুণাৰ হাঁহি মাৰিলে। তাৰ পিছত সি অংগ. ভংগীৰে বীতাক পুনৰ কিবা বুজাবলৈ চেষ্টা কৰিলে। বীতাই অলপ বুজিলে, অলপ নুবুজিলে। সি বুজাব খুজিছে যে সুবিধা পালেই সি বীতাক মুক্তি দিব আৰু সি জীয়াই থকা অৱস্থাত কোনোৱে বীতাৰ একো কৰিব নোৱাৰে।

বীতাৰ তেতিয়া মনত পৰিল ডাঃ হেমিল্টনৰ লিখনি। শাংগাতে জাতিৰ কোনোবা পুৰুষে কোনোবা নাৰীক ভাল পালে প্ৰথমতে এটি সুস্বাদু ফল উপহাৰ দিয়েহি। আৰু সেই ফলটো যদি নাৰী গৰাকীয়ে খায়, তেন্তে বুজিব লাগিব যে যুৱকৰ প্ৰেমত পৰিবলৈ আৰু জীৱন লগৰী হ'বলৈ নাৰী গৰাকীৰ কোনো আপত্তি নাই। তাৰ মানে এই যুৱকে বীতাক জীৱনৰ লগৰী স্বৰূপে পাবলৈ বিচাৰিছে। ই কেনেকৈ সম্ভৱ হ'ব পাৰে ? এই অসভ্য যুৱকটোৰ লগত জীৱন কটোৱাতকৈ মৃত্যুৱেই শ্ৰেয়।

যুৱকে বীতাৰ সোণালী চুলিখিনি লিৰিকি বিদাৰি চালে। নিজৰ গালতো সানিলে। তাৰ বৰ পচন্দ হৈছে চুলিখিনি। বীতাৰ অসহ্য লাগিলেও উপায় নাই।

এনেতে কাৰোবাৰ খোজৰ শব্দ শুনি যুৱকে ততালিকে হাতত খাঠী ডালনৈ পিছ ফালেদি ওলাই গ'ল।



## ॥ তিনি ॥

প্ৰকাণ্ড জুই একুৰাৰ চাৰিওকালে শাপাতে জাতিৰ পুৰুষবোৰে চৰাইৰ বিভিন্ন ৰঙৰ পাখিৰে সজ্জিত হৈ হাতত একোডাল যাঠী লৈ শাৰী পাতি ড্ৰামৰ চেৱে চেৱে নাচিবলৈ ধৰিলে। এটা দিশত শাপাতে জাতিৰ ৰজা আৰু ৰাণী ওখ আসনত বহি নৃত্য উপভোগ কৰিছিল। আনটো দিশত কেইবাজনো বন্দীক বান্ধি ৰখা হৈছিল। বন্দীবোৰৰ ভিতৰত বীতাও আছিল। বীতাৰ দুচকু অলস অৱশ।

তেতিয়া নিশা প্ৰায় যথেষ্ট হৈছে। দপদপকৈ জ্বলা জুইকুৰাৰ পোহৰতে ঠাইখন পোহৰ হৈ আছে। আকাশত মেঘ। নৃত্যৰত মানুহবোৰৰ বীভৎস চিঞৰ, ড্ৰামৰ প্ৰচণ্ড শব্দবোৰে বীতাৰ বুকুত আতংকৰ সৃষ্টি কৰিছিল॥ কামনা কৰিলেও বীতাই এনে ভয়াবহ মৃত্যু কামনা কৰা নাছিল। বীতাৰ লগত বান্ধি থোৱা বন্দী দুজনৰ অৱস্থা আৰু সাংঘাতিক। প্ৰায় অৰ্দ্ধমৃত। বোধশক্তি প্ৰায় লোপ পাই গৈছে। চেতনাহীন আত্মাৰ দৰে মাত্ৰ জুই কুৰাৰ কালে চাই আছে।

এনেতে মঙল চোৱা মানুহটো আহি জুই কুৰাৰ ওচৰত থিয় হৈ হাতৰ মুঠিৰ পৰা কিবা অলপ জুই কুৰাত পেলাই দিলে। আনবোৰে উল্লাসত চিঞৰি উঠিল। ড্ৰামৰ শব্দ বেছি হ'ল। মঙল চোৱা মানুহটোৱে ভয়ানক দৃষ্টিৰে বন্দীবোৰলৈ চালে। বীতায়ো এবাৰ কাষৰ বন্দী দুজনলৈ লক্ষ্য কৰিলে। এজন ইংৰাজ আৰু আনজন বোধহয় প্ৰাচ্যৰ।

মঙল চোৱা মানুহটোৱে জ্বলি থকা আধা পোৰা খৰি এডাল হাতত তুলি লৈ বন্দীবোৰৰ কালে আগুৱাই আহিল। বীতাই সভয়ে লক্ষ্য কৰিলে মঙল চোৱা মানুহটোলৈ। সেই মানুহটোৰ পিছে পিছেই আগুৱাই আহিছে সেই যুৱকজন, যিজনে বীতাক প্ৰেম নিবেদন কৰিছিল। যুৱকক দেখি বীতা কিছু আশ্বস্ত হ'ল। কিন্তু যুৱকৰ চকুৰে মুখে আতংকৰ চিন।

বীতাৰ বাহিৰে আন দুজন বন্দীয়ে হঠাৎ আতংকত চিঞৰি উঠিল। বোধ হয় কিবা বিপদৰ উমান পাইছিল দুয়োৱে। দুয়ো জনেই হয়তো বীতাৰ দৰে 'মুমাবেঙ'ৰ দুৰ্ভগীয়া যাত্ৰী।

মঙল চোৱা মানুহটো আহি ইংৰাজ বন্দীজনৰ সমুখত থিয় হ'ল। পিছে পিছে আহি থকা সেই যুৱকজনে এটা স্বস্তিৰ নিশ্বাস এৰিলে। বন্দীজনৰ মুখখন আতংকত বিবৰ্ণ হ'ল। চিঞৰিবলৈকো তেতিয়া তেওঁৰ শক্তি নাই। মঙলচোৱা মানুহটোৱে মুখেৰে কিবাকিবি ভোৰ ভোৰালে। ইংৰাজ বন্দীজনে সক শিশুৰ দৰে কোপাবলৈ ধৰিলে। মঙলচোৱা মানুহটোৱে হাতৰ জলন্ত খৰিজোপা ইংৰাজ বন্দীজনৰ পেটত লগাই সজোৰে হেঁচি ধৰিলে। বন্দীজনে প্ৰচণ্ড জোৰেৰে আৰ্তনাদ কৰি উঠিল। বীতাই সেই দৃশ্য সহ্য কৰিব নোৱাৰি চকু মুদিলে। আনজন বন্দীয়ে আনফালে মুখ ঘূৰালে।

শাপাত্তে অধিবাসীবোৰে পুনৰ বীভৎস নাচ আৰু চিঞৰ আৰম্ভ কৰিছিল। সেই চিঞৰত তল পৰি গ'ল ইংৰাজ বন্দীজনৰ প্ৰাণ কাতৰ চিঞৰ। মঙলচোৱা মানুহটো আঁতৰি গ'ল। ইতিমধ্যে ইংৰাজ বন্দীৰ প্ৰাণবায়ু উৰি গৈছিল। কেইজনমান শাপাত্তে যুৱক আহি ইংৰাজ বন্দীৰ হাত ভৰিৰ বান্ধ খুলি লৈ গ'ল জুই কুৰাৰ ওচৰলৈ আৰু এডাল কাঠত হাত ভৰিবোৰ বান্ধি জুইৰ ওপৰত ওলোমাই দিলে। বীতাই আৰু সেই দৃশ্য চাব নোৱাৰিলে।

কিছু সময়ৰ পিছত বীতাক সেই ঠাইৰ পৰা আগতে বন্দী কৰি থোৱা ঘৰটোলৈ লৈ যোৱা হ'ল। তাইক হয়তো পূৰ্ণিমাৰ কাৰণে ৰাখিলে, দেৱতাৰ আগত বলি দিবলৈ। এনে ভয়াবহ বীভৎস ঘটনা বীতাই সপোনতো কল্পনা কৰা নাছিল। বোধহয় ইতিমধ্যে সেই প্ৰাচাৰ বন্দীজনৰো একে অৱস্থা হৈছে। বন্দী দুজনৰ অৰ্দ্ধসিদ্ধ মাংস সিহঁতে হয়তো ইতিমধ্যে খাবলৈ আৰম্ভ কৰিছে। উহ, আৰু কল্পনাই কৰিব নোৱাৰি। বীতাৰ মূৰ ঘূৰাই গ'ল। কি বীভৎস দৃশ্য।

নিশা শেষ হ'বলৈও তেতিয়া বহুত সময় বাকী। কাৰোবাৰ খোজৰ সামান্য শব্দতে বীতাৰ টোপনি ভাগি গ'ল। সমুখৰ দুৱাৰৰ সামান্য ফাঁকটোৰে সোমাই অহা বাহিৰৰ পোহৰত বীতাই দেখা পালে মানুহৰ অৱয়বৰ এটা ছায়ামূৰ্তি। ছায়ামূৰ্তিটো ক্ৰমে আগুৱাই আহিল। বীতাই বুজিলে যে সেই নিশা প্ৰেম নিবেদন কৰা সেই শাপাত্তে যুৱকজন। নিশ্চয় কিবা খোৱা বস্তু লৈ আহিছে।

ছায়ামূৰ্তি আগুৱাই আহি বীতাৰ সমুখত থিয় হ'ল আৰু হাতত লৈ থকা সক ফল এটা বীতাৰ মুখত লগাই দিলে। অনিচ্ছাসত্বেও বীতাই ফলটোত এফাকোৰ মাৰিলে। ফলটো শেষ নোহোৱা পৰ্যন্ত যুৱকে ফলটো বীতাৰ মুখৰ ওচৰত লৈ থাকিল। তাৰপিছত যুৱক ধীৰে ধীৰে ঘৰটোৰ পিছফালৰ দুৱাৰেদি ওলাই গ'ল।

সেই সময়তে হাতত এডাল জোঁৰ লৈ এজনী শাপাতে যুৱতী ঘৰটোৰ ভিতৰলৈ সোমাই আহিল। পিন্ধনত তাইৰ কংকালৰ অলছোৱা সামান্য গছৰ ছালেৰে আবৃত। বক্ষ উন্মক্ত। মাথোন কণ্ঠত বিভিন্ন গছৰ কাঠেৰে তৈয়াৰ কৰা মণি আৰু সৰু সৰু হাড়ৰ টুকুৰাৰে তৈয়াৰ কৰা মালা। শাপাতে যুৱতীজনীয়ে জোঁৰৰ পোহৰত বীতাৰ মুখলৈ চালে আৰু তাৰ পিছত গোটেই ঘৰটোৰ চুকে-কোণে কিবা বিচৰাত লাগিল। পিছ ফালৰ দুৱাৰ খনেৰেও ভুমুকি মাৰি বাহিৰলৈ চাই পুনৰ বীতাৰ ওচৰলৈ উভতি আহিল। বীতাৰ চকুত অবাক বিস্ময়। যুৱতীয়ে জোঁৰৰ পোহৰত বীতালৈ এক দৃষ্টিৰে চাই ৰ'ল। তাইৰ চকুত তীব্ৰ ক্ৰোধ আৰু ঘৃণাৰ আভাষ দেখা পালে বীতাই।

যুৱতীয়ে মুখৰ ভিতৰতে কিবা ভোৰভোৰাই বীতাৰ মুখখনত বাওঁ হাতেৰে গাৰ জোৰেৰে খামুচি ধৰিলে। যন্ত্ৰণাত বীতাই চীৎকাৰ কৰি উঠিল। যুৱতীয়ে বীতাৰ গালে মুখে আচুৰিবলৈ ধৰিলে। বীতাই চীৎকাৰ কৰাৰ বাহিৰে আন উপায় নাছিল। এনেতে ঘৰটোৰ পিছফালেদি অলপ আগতে ওলাই যোৱা যুৱকজন পুনৰ সোমাই আহিল আৰু শাপাতে যুৱতী গৰাকীক পিছ ফালৰ পৰা সাৰটি ধৰি দাঙি বাহিৰলৈ লৈ গ'ল। যুৱতী গৰাকীয়ে শক্তে হাত ভৰি আচা-ৰিবলৈ ধৰিলে।

ঘৰটোৰ বাহিৰলৈ নি যুৱকে যুৱতীক পেকেচা মাৰি মাটিৰ ওপৰত পেলাই দিলে। পৰি থকা অৱস্থাৰ পৰাই যুৱতীয়ে শক্তত যুৱকক চিঞৰি চিঞৰি কিবা ক'বলৈ ধৰিলে। যুৱকেও কিবাকিবি চিঞৰি চিঞৰি ক'লে। এটা সময়ত যুৱতী সেই ঠাইৰ পৰা আঁতৰ হ'ল। যুৱকক বাৰে বাৰে কিবা শাসনৰ সুৰত কৈ গ'ল। যুৱক বাহিৰতে বহু সময় থিয় হৈ থাকিল। দুয়োৰে তৰ্কাতৰ্কি আৰু বীতাৰ প্ৰতি যুৱতীৰ আচৰুৱা আচৰণ আদিৰ পৰা বীতাই অনুমান কৰিলে যে যুৱতী গৰাকী যুৱকৰ প্ৰেমিকা। যুৱক এনেদৰে লুকাই চুৰকৈ বীতাৰ ওচৰলৈ অহাৰ বাবে যুৱতীয়ে ভাল পোৱা নাই। আৰু যুৱতীয়ে বোধহয় গম পাইছে যে যুৱক বীতাৰ প্ৰেমত পৰিছে।

যুৱক পুনৰ সোমাই নাহি সেই ঠাইৰ পৰাই আঁতৰ হ'ল। বীতাৰ মুখমণ্ডলত স্পষ্ট কৰি যোৱা ক্ষত স্থানবোৰত তেজ বিৰিঙি ওলাইছিল। ৰব চেকচেকাবলৈ ধৰিলে ক্ষত স্থানবোৰ। আন দুজন বন্দীৰ দৰে বীতাকো হত্যা কৰি পেলোৱা হ'লে ভাল আছিল। এনেদৰে বন্দী কৰি বীতাক আৰু কিমান দিন ৰাখিব। কিন্তু আন দুজন বন্দীক অলপ আগতে যি নৃশংস ধৰণে শাপাতেইঁতে হত্যা কৰিলে তেনে মৃত্যু বীতাৰ কাম্য নহয়। কিন্তু বীতা নিশ্চিত যে বীতাৰ ভাগ্যত সেই সেই মৃত্যুৱেই লিখা আছে। পূৰ্ণিমা নিশা পৰ্যন্ত ৰখাতো বীতাৰ আয়ুস।

পূৰ্ণিমাৰ নিশা শাপাতে বিলাকে আৰাধ্য দেৱতাৰ ওচৰত নৰবলি দিব। আজি যি দুজনক হত্যা কৰা হ'ল সেয়া সিহঁতৰ খাদ্যৰ কাৰণেহে।

বীতাৰ চিলবিলকৈ টোপনি আহিছিল মাত্ৰ, হঠাৎ শুনিবলৈ পালে দূৰত এক বুকু কঁপোৱা চিৎকাৰ। তাৰ লগে লগেই বীতাৰ কাণত পৰিল আবাল বৃদ্ধ বনিতাৰ প্ৰাণ কাতৰ আৰ্তনাদ। বীতাৰ বুজিবলৈ বাকী নাথাকিল যে শাপাতে জাতিৰ ওপৰত নিশাৰ অন্ধকাৰৰ সুযোগ লৈ আন এদল উপজাতিয়ে আক্ৰমণ চলাইছে। আৰু অপ্ৰস্তুত শাপাতেবোৰে ঘৰ দুৱাৰ এৰি প্ৰাণৰ ভয়ত যেনি তেনি পলাইছে। হঠাৎ বীতাৰ চিন্তাত যতি পৰিল। উধাতু খাই কোনোবা এজন ঘৰটোলৈ সোমাই অহা বীতাই দেখা পালে। যোৱহয় সেই যুৱকটো, যি বীতাক ফল খুৱাই গৈছিল।

আন্ধাৰতে হাতৰ অস্ত্ৰৰে যুৱকে বীতাৰ হাত ভৰিৰ বান্ধবোৰ খুলি মুক্ত কৰি দিলে আৰু বীতাৰ হাত এখনত ধৰি পিছফালৰ পথটোৰে টানি লৈ গ'ল। বীতাই মন্ত্ৰ মুগ্ধৰ দৰে যুৱকক অনুসৰণ কৰিলে।

সৰ্বাংগ ঘামেৰে জুৰুলি জুপুৰি হৈ, উজুতি খাই, বনৰীয়া কাঁইটৰ আঁচোৰত গা চিৰাচিৰ কৰি শক্তিৰ শেষ সীমাত উপস্থিত হোৱাৰ পিছতো বীতাৰ গতি স্তব্ধ নহ'ল। যুৱকে বজ্ৰমুষ্টিৰে বীতাৰ হাতত ধৰি প্ৰায় টানি নিয়াৰ দৰে লৈ গ'ল অৰণ্যৰ মাজেৰে। শাপাতে উপজাতিৰ বসতি স্থানৰ পৰা ইতিমধ্যে অনেক দূৰ আঁতৰি আহিল দুয়ো।

সূৰ্য বা চন্দ্ৰৰ পোহৰে এই গভীৰ অৰণ্যৰ ভিতৰলৈ সহজে প্ৰবেশ পথ বিচাৰি নাপায়। সেয়ে আন্ধাৰ আৰু পোহৰৰ খেলাৰ মাজেৰেই দুয়ো আগবাঢ়ি যাব লগা হৈছিল। আৰু কিছুদূৰ আগবাঢ়ি যোৱাৰ পিছতে যুৱক হঠাৎ বৈ গ'ল। বীতাকো নিঃশব্দে থিয় হৈ থাকিবলৈ ইংগিত দিলে। তাৰ পিছত যুৱকে বীতাক অৰণ্যৰ আৰু অলপ ভিতৰলৈ টানি নি এজোপা গছৰ তলত ৰ'বলৈ ইংগিত দি মুহূৰ্ততে সেই ঠাইৰ পৰা আঁতৰ হ'ল। এডোখৰ জড় পদাৰ্থৰ দৰে বীতা থিয় হৈ ৰ'ল গছ জোপাৰ তলত। হাত ভৰিবোৰ অৱশ হৈ গৈছিল বীতাৰ। দেহত ক্ষতৰ অন্ত নাই। তদুপৰি অসংখ্য বনৰীয়া মহৰ কামোৰত বীতা অতীষ্ঠ হৈ পৰিছিল। তথাপি উপায় নাই। সামান্য গাটো লৰালেই যেন বিপদে দেখা দিব। আতংকত উশাহ পৰ্যন্ত বন্ধ হোৱাৰ উপক্ৰম হৈছিল বীতাৰ।

বীতাৰ ওচৰৰ পৰা যুৱক আঁতৰি পুনৰ পিছুলৈ সন্তৰ্পণে উভতি গ'ল। কিবা এটা শব্দৰ অনুসৰণ কৰিছিল যেন সি। অলপ দূৰ গৈয়েই যুৱক থমকি ৰ'ল। কোনোবা এটা ছায়ামূৰ্তি সেই ফালেই আগুৱাই আহি আছে। যুৱক লগে লগে গছ এজোপাৰ আঁৰ হ'ল। ছায়ামূৰ্তি ওচৰ চপাৰ লগে লগে যুৱক

তাৰ ওপৰত জপিয়াই পৰিল। ছাঁয়ামূৰ্তিৰ মুখৰ পৰা এটা চিৎকাৰ বাহিৰ ওলাল। ছায়ামূৰ্তি আন কোনো নহয়; সেই যুৱকবে প্ৰেমিকা, যি বীতাৰ মুখমণ্ডল আঁচুৰি গভীৰ ক্ষতৰ সৃষ্টি কৰিছিল।

যুৱতীয়ে যুৱকক চিনি পাই অবোধ্য ভাষাতে গালি দিবলৈ ধৰিলে। যুৱকে যুৱতীৰ হাতৰপৰা কুঁ দিয়া ধেনু আৰু খাঁঠী ডাল কাঢ়ি লৈ সজোৰে মুখত এটা এটা চৰ মাৰিলে। যুৱতী খিয় হ'ল আৰু খঙত হিতাহিত জ্ঞান হেৰুৱাই যুৱকক সাৱটি ধৰি মুখত কামুৰি ধৰিলে। যুৱকে জোৰেৰে ঠেলা এটা মাৰি তাইৰ পৰা কোনোমতে মুক্ত হৈ উপৰ্যুপৰি কেইবাটাও ভুকু তাইৰ বুকু আৰু পেটত মাৰিলে। যুৱতী তাতে অজ্ঞান হৈ পৰিল। যুৱকে এইবাৰ যুৱতীক কান্ধত তুলি লৈ পুনৰ বীতাৰ ওচৰলৈ গ'ল।

বীতাৰ ওচৰত থিয় হৈ যুৱকে কান্ধৰ পৰা যুৱতীক নমালে। বীতাই অবাক হৈ যুৱতীলৈ চালে।

: চুনামী। —যুৱকে যুৱতীলৈ আঙুলিয়াই বীতাক ভৎসনা উচ্চাৰণ কৰিলে আৰু তাৰ পিছত অংগী ভংগীৰে যুৱতীয়ে কেনেদৰে যুৱকক অনুসৰণ কৰি আহিছিল তাক বুজাবলৈ চেষ্টা কৰিলে।

বীতাই যুৱকৰ অংগী ভংগী সমূলি বুজি নাপালে যদিও যুৱতী যে সিহঁতৰ পিছে পিছে আহি আছিল সেই কথা বুজিবলৈ বাকী নাথাকিল। যুৱতীক দেখু-ৱাই যুৱকে 'চুনামী' বুলি উচ্চাৰণ কৰিছিল। চুনামী বোধহয় যুৱতীৰ নাম। বীতাই মনতে ভাবিলে।

যুৱকে পুনৰ যুৱতীৰ দেহাটো কান্ধত তুলি ল'লে আৰু বীতাক অনুসৰণ কৰিবলৈ ইংগিত দি পুনৰ অগ্ৰসৰ হ'ল। বীতাৰ আপত্তিচাৰ শক্তি আৰু নাছিল। কিন্তু যুৱকক অনুসৰণ নকৰিলে হয়তো আকৌ নতুন কিবা বিপদৰ সন্মুখীন হ'ব পাৰে। যুৱক যে বীতাৰ হিতাকাংক্ষী সেই কথাত সন্দেহ নাই। শাপাতে জাতিৰ ভয়াবহ বীভৎস হত্যা প্ৰথাৰ কথা মনত পৰাৰ লগে লগে বীতাই যেন কৰবাৰ পৰা কিছু শক্তি ঘূৰাই পালে। এই শক্তি ক'ৰপৰা আহিল বীতাই ভাবি নিজেই আচৰিত হ'ল।

এইবাৰ বেছি দূৰ যাবলগীয়া নহ'ল বীতাৰ। কিছু দূৰ গৈয়েই এখন নদীৰ পাৰত উপস্থিত হ'ল। যুৱকে কান্ধৰ পৰা যুৱতীক নমাই নদীৰ পাৰতে শুৱাই থ'লে। যুৱতীয়ে তেতিয়াও জ্ঞান ঘূৰাই পোৱা নাই। তাৰ পিছত যুৱক বীতাৰ লগতে নদীৰ পাৰে পাৰে কিছু দূৰ আগবাঢ়ি গ'ল। এঠাইত বীতাই আজলিৰে আজলিৰে নদীৰ পানী খাই লৈ খালে। হাত মুখবোৰো ধুৱাই ল'লে। যুৱকে

বৈ জোনৰ পোহৰতে বীতালৈ চালে। মূৰৰ চুলিবোৰ তিয়াই ন'লে বীতাই। যুৱকে হঠাৎ কিবা এটা ক'লে। বীতাই যুৱকলৈ চালে। যুৱকে ইংগিতেৰে বাতি আগবাঢ়িল। বীতায়ো পুনৰ যুৱকলৈ চালে। যুৱকে ইংগিতেৰে বাতি আগবাঢ়িল। বীতায়ো পুনৰ অনুসৰণ কৰিলে।

অলপ আঁতৰতে নৈৰ পাৰত কেইখনমান ডোংগা (এবিধ সৰু নাও) বীতাই দেখা পালে। তাৰে এখনত যুৱক উঠিল আৰু বীতাকো উঠিবলৈ ইংগিত দিলে। বীতা উঠি ডোংগাখনৰ এমূৰত আঁউজি বহিল। যুৱকে দ্ৰুত হাতেৰে ব'ঠা চলালে। ডোংগাখন নদীৰ সোঁতৰ বিপৰীতে অগ্ৰসৰ হ'ল।

বীতাই ভৰি দুখন সমুখলৈ মেলি দি ওপৰলৈ মূৰ কৰি এটা স্বস্তিৰ নিশ্বাস এৰিলে। মূৰৰ ওপৰতে জোনটো। জোনৰ কোমল পোহৰ সিচৰিত হৈ পৰিছে নদৰ পানীৰ ওপৰত। নৈৰ তৰংগত মৃদু মধুৰ সুৰধ্বনি। চাৰিও কাষৰ প্ৰকৃতিত অসীম শান্তি বিৰাজমান। নদীৰ একাষত থকা পাহাৰবোৰ অন্ধকাৰৰ অন্তৰালত বিৰাট আকাৰৰ দৈত্যৰ ৰূপ ধৰি যেন থিয় হৈ আছে। বীতাৰ দেহৰ ভাগৰ যেন অনেকখিনি কমি গ'ল। জোনাক নিশাৰ সৌ নিহাৰ। বীতাৰ বিৰহ হৃদয়ত জ্যোৎস্নাৰ স্নিগ্ধতাৰ মাজেৰে সানন্দ সান্ত্বনা বিচাৰে। কিবা এক প্ৰশান্তিত চকু দুটা মুদি দিয়ে বীতাই।

বীতাই যেতিয়া চকু মেলিলে তেতিয়া আকাশত জোনটো আৰু তৰাবোৰ নাই। তাৰ পৰিবৰ্তে আছে সুনিৰ্মল নীলা আকাশ আৰু পূৱাকাশত নৱোদিত ৰক্তাভ সূৰ্যটো। বীতা লৰালৰিকৈ উঠি বহিল। এটা প্ৰকাণ্ড বহল শিলৰ ওপৰত বীতা শুই আছে। ওচৰত কোনো নাই। যুৱক জনো নাই। বীতাই অবাক হৈ চাৰিওকালে চকু ফুৰালে। ঠাইখণ্ড যথেষ্ট ওখ। সেই ঠাইৰ পৰা বহু দূৰলৈকে দেখা যায়। যিখন নদীৰে বীতা আৰু যুৱকজন আগুৱাই আহিছিল সেই নদীখন বীতাৰ চকুত নপৰিল। ডোংগাতে বীতাৰ ইমান গভীৰ টোপনি আহিছিল যে যুৱকে নদীৰে কিমান দূৰ আহিল, তাৰ পিছত বীতাক কাঢ়ত তুলি যুৱকে কিমান দূৰ আনিলে বীতাই একো অনুমান কৰিব নোৱাৰিলে।

শিলঃ চাৰপৰা নামি বীতা কেইঃবাজমান আগুৱাই গ'ল। এনেতে বাওঁকালে সৰু সৰু কোঁহোৰা গছবোৰৰ মাজে মাজে কাৰোবাৰ পদশব্দ শুনি বীতা উচপ খাই উঠি বাওঁকাললৈ দৃষ্টি ঘূৰালে। লগে লগে দেখা পালে যুৱকক। যুৱকে দুহাতত কিবুমান কল লৈ আগুৱাই আহিছে। বীতাৰ চকুৰে চকুৰে পৰাত যুৱকে হাঁহিলে। বীতা থমকি ৰ'ল।

যুৱকে কলবোৰ বীতাৰ কাষে আগবঢ়ালে। বীতাই কলবোৰ লৈ ইংগিতেৰে পানী ক'ত পোৱা যায় সুধিলে। যুৱকে বীতাৰ ইংগিত বুজি পাপাই

যুৱকৰ দৰে চাই ৰ'ল। বীতাই পুনৰ বুজাবলৈ চেষ্টা কৰিলে। আগবিনা নদীৰ পৰা আঁজলিয়ে আঁজলিয়ে কেনেকৈ পানী খাইছিল তাকো অংগী ভংগীৰে দেখুৱালে। এইবাৰ যুৱকে বুজিলে। কলবোৰ শিল এটাৰ ওপৰত থৈ বীতাক লৈ যুৱক জপিয়াই জপিয়াই তললৈ নামি গ'ল। তাৰ ভীষণ আনন্দ।

অলপ দূৰ আগবঢ়াৰ পিছতে বীতাই শুনিবলৈ পালে পানীৰ কল কল শব্দ। বোধহয় পাহাৰীয়া নিজৰা।

বীতাৰ অনুমানেই সত্য হ'ল। অলপ দূৰ আগবঢ়াৰ পিছতে দেখা পালে বহু ওপৰৰ পৰা জলধাৰা পোনে পোনে তললৈ নামি আহি এটা সৰু জলপ্ৰপাতৰ সৃষ্টি কৰিছে। আৰু তাৰ পিছতে শিলে শিলে খুন্দিয়াই নামি গৈছে তললৈ। ক্ষীনকায়া শৈলবাসিনী নিজৰা যেন সোপান বগাই সপিল গতিৰে নামি গৈছে কোনোবা বিশাল নদী বা সমুদ্ৰত আত্মবিসৰ্জন। দিবলৈ অপূৰ্ব দৃশ্যবাজি দেখি বীতাৰ এই কেইদিনৰ অশেষ ক্লান্তি যেন ক'ৰবাত নিমিষতে অন্তৰ্ধান হয়।

কন্তেক সময় থমকি ৰোৱাৰ পিছত বীতাই গৈ নিজৰাৰ শীতল পানীৰে হাত মুখবোৰ ভালদৰে ধুই ললে। পিছফালে থিয় হৈ অবাক হৈ চাই ৰ'ল শাপাতে যুৱকজনে। বীতাই এবাৰ পিছলৈ ঘূৰি যুৱকলৈ চালে। যুৱকৰ চকুত অবাক বিস্ময়। বীতাই হাতেৰে ইংগিত দি ওচৰলৈ মাতিলে। এখোজ দুখোজকৈ যুৱক আগবাই গ'ল। বীতাই যুৱককো হাত মুখবোৰ ভালদৰে ধুবলৈ ইংগিতেৰে বুজায়। যুৱকে হাঁহিলে। বীতাই যুৱকৰ হাত এখনত ধৰি পানীলৈ নমাই লৈ গল আৰু যুৱকৰ মুখত পানী এচলু সানি দিলে। যুৱকে হাঁহি হাঁহি পানীতে বাগৰি পৰিল। তাৰ যেন হাঁহিৰ শেষ নহয়। বীতাৰ কাৰ্যত সি যেন এক বুজাব নোৱাৰা আনন্দ পালে।

এটা সময়ত দুয়ো পানীৰ পৰা উঠি আহিল। যুৱকে এইবাৰ বীতাক হাতত ধৰি শিলে শিলে বগাই পাহাৰৰ ওপৰলৈ লৈ গ'ল। এঠাইত থৈ সি গছ লতাই আৱৰি ৰখা এটা সৰু গুহা বীতাক আঙুলিয়াই দেখুৱালে। গুহাৰ সন্মুখতে তাৰ নল-ধেনু, বাঠী আদি অস্ত্ৰবোৰ বীতাই দেখা পালে। সি আগতেই আহি এইবোৰ তাত থৈ গৈছিল। বীতাক সেই ঠাইতে ৰ'বলৈ ইংগিত দি সি পুনৰ লৰি ৰোৱাৰ দৰে তললৈ নামি গ'ল। তাৰ দেহৰ অকুৰন্ত শক্তি, কামৰ ক্ষিপ্ৰতা দেখি বীতাই অবাক মানিলে।

গুহাটোৰ সন্মুখতে থিয় হৈ বীতাই গুহাৰ ভিতৰলৈ জুমি চালে। এই গুহা-বোৰেই আছিল একালৰ আদিম মানুহৰ আশ্ৰয় স্থল। বৰ্বৰ অসভ্য মানুহ জেতিয়া বনচৰ। গৃহ নিৰ্মাণ জেতিয়াৰ মানুহৰ বাবে অজান কঠিন কৰ্ম। ৰ'দ-বৰষুণত,

বাহিৰৰ অন্ধকাৰত আশ্ৰয় লয় প্ৰকৃতিৰ স্বাভাৱিক গুহাৰ ভিতৰত। তাতেই সংসাৰ পাতে। পাষাণ শয্যাত শুই সপোন দেখে। গুহাৰ বেৰত, শিলৰ গাত ছবি আঁকে জীৱ জন্তুৰ, প্ৰকৃতিৰ। প্ৰাণবন্ত ৰেখা। মানুহৰ শিল্প সৃষ্টিৰ প্ৰেৰণাৰ প্ৰথম প্ৰকাশ। অৰণ্যবাসী মানুহ আহাৰৰ সন্ধানত বনে বনে ঘূৰে। গছৰ ফল-মূল খায়, নদীৰ মাছ ধৰে, বনৰ পশু-পক্ষী চিকাৰ কৰে। এইবোৰ কথা মনলৈ অহাৰ লগে লগে বীতাৰ নিজকে আদিম যুগৰ মানুহ যেন লাগিল।

এনেতে যুৱকে ফলবোৰ লৈ পুনৰ উভতি আহিল। বীতা একে দৰেই বহি ৰ'ল গুহাটোৰ সন্মুখত। যুৱকো বহিল ওচৰতে আৰু বীতালৈ কেইটামান ফল আগবঢ়াই দি এটা নিজেও খালে। বীতাই ফল এটাত কামোৰ মাৰি যুৱকলৈ এক দৃষ্টিৰে চাই ৰ'ল। বীতাৰ বুজিবলৈ আৰু বাকী নাই যে যদি বাচি থাকে সমস্ত জীৱন ধৰি এই যুৱকৰ লগতে থাকিব লাগিব। জীৱনৰ লগৰী হিচাপে যুৱককেই মানি ল'ব লাগিব। হায়, ক'ত হেৰাই গ'ল বীতাৰ মৰমৰ আইভান। পৃথিৱীৰ সমস্ত পোহৰ বোধহয় চিৰদিনৰ বাবেই বীতাৰ চকুৰ পৰা আঁতৰি গ'ল। আইভানক লৈ কিমান কল্পনা কৰিছিল বীতাই। কিন্তু কল্পনা কল্পনা হৈয়েই ৰ'ল। নিষ্ঠুৰ বাস্তৱে সকলো নিঃশেষ কৰি দিলে। ইয়াৰ পৰা আকৌ মুক্তিৰ আশা কৰিব পাৰি? আজিৰ কঢ় বাস্তৱে আইভান বীতাৰ সুখৰ দিনবোৰৰ কথা সকলোবিলাকে সপোন কৰি পেলালে। এতিয়া এই বৰ্বৰ, অসভ্য পাহাৰত উপ-জাতিৰ যুৱকৰ হাততে বীতাৰ জীৱন। বীতাৰ যৌৱন, বীতাৰ ৰূপ সকলোবোৰ এতিয়া তাৰ হাতৰ মুঠিত। বীতাক লৈ সি এতিয়া যি ইচ্ছা তাকে কৰিব পাৰে। বাধা দিয়াৰ শক্তি বা সাহস বীতাৰ নাই। ইয়াতকৈ মৃত্যুৱেই শ্ৰেয়ঃ আছিল বীতাৰ বাবে। কিন্তু আত্মহত্যা কৰাৰ সাহসকণো বীতাৰ নাই। চকু দুটা চলচলীয়া হৈ পৰিল বীতাৰ।

ইতিমধ্যে যুৱক ক'ৰবালৈ আঁতৰি গ'ল। বীতাই চাই ৰ'ল যুৱকৰ নগ্ন প্ৰায় দেহাটোলৈ। তামবৰণীয়া সুঠাম আঁটিল চেহেৰা। কোনোবা প্ৰাচীন দক্ষ শিল্পীৰ যেন ভাস্কৰ্যৰ নিদৰ্শন। উজ্জ্বল চকু দুটাৰে সুগোল মুখ মণ্ডল, আৰু চুটি চুটি চুলিৰে যুৱক দেখাত কুৎচ নহয়।

অলপ পিছতে যুৱকে হাতত এনোপা গছৰ পাত লৈ আহি বীতাৰ ওচৰত আঁঠু কাঢ়ি বহিল। বীতাই এক দৃষ্টিৰে যুৱকৰ কাৰ্যকলাপবোৰ চাই ৰ'ল। যুৱকে দুটামান গছৰ পাত বাওঁহাতৰ তলুৱাত লৈ সোঁ হাতৰ বুঢ়া আঙুলিৰে ঘঁহি ঘঁহি পেষ্টেলা কৰি বীতাৰ মুখৰ কতস্থানবোৰত লগাই দিলে। বীতাই বাধা নিদিলে। আগ দিনা পাহাৰতে যুৱতী গৰাকীয়ে কৰা কত। যিবোৰে বিদাৰিছিল কতস্থানবোৰ। যুৱকে গোটেইবোৰ কত অংশতে পেষ্টেলা কৰা গছৰ পাতৰ ৰস লগাই দিলে।

: চুলামী ।—বীতাই এনেয়ে উচ্চাৰণ কৰিলে ।

যুৱকে সভয়ে চাৰিওফালে চালে । বীতাই হাঁহিলে । যুৱকে বীতাৰ মুখত হঠাৎ চুলামী নামটো শুনি সেই শাপাত্তে যুৱতীজনী সেই ঠাইত আহি উপস্থিত হ'ল বুলি ভয় খাই গৈছিল । পিছত বীতাৰ দুষ্টালি বুজিব পাৰি সিও হাঁহিলে । তাৰপিছত বাৰে বাৰে নিজৰ কাণে আঙুলিয়াই 'কিকুচি' বুলি কেইবাবাৰো উচ্চাৰণ কৰিলে । কিকুচি যে তাৰ নাম তাকে সি বীতাক বুজাবলৈ চেষ্টা কৰিলে । বীতায়ো বুজিলে ।

: কি-কু-চি । —বীতাই লেনিয়াই শব্দটো ক'লে ।

যুৱকে হাঁহি মূৰ দুপিয়ালে ।

এইবাৰ বীতাই যুৱকৰ দৰেই অংগী ভংগী কৰি নিজৰ কাণে আঙুলিয়াই উচ্চাৰণ কৰিলে,—বী—তা ।

: বী..শ্বা. ..তা !—যুৱকে শব্দটো অনুকৰণ কৰি হাঁহি হাঁহি বাগৰি পৰিল ।

: বীতা !—বীতাই শুধৰাই দিলে ।

: শ্বা....তা !—যুৱকে একেদৰেই উচ্চাৰণ কৰি সজোৰে হাঁহিবলৈ ধৰিলে ।

: মূৰ্খ চাঙা, হাতত পিষ্টল এটা থকা হ'লে তোৰ দাঁত আটাই কেইটা ভাঙিলোহেঁতেন । ইহ, বৰ ৰস পালে মোৰ নামটোত ।—বীতাই খঙেৰে ক'লে ।

যুৱকে বীতাৰ মুখৰ এটা শব্দও বুজি নাপালে ।

: কিকুচি !—বীতাই পুনৰ উচ্চাৰণ কৰিলে ।

যুবক অৰ্থাৎ কিকুচিয়ে তাৰ নামটো বীতাই বাৰে বাৰে উচ্চাৰণ কৰাত ভাল পালে । এইবাৰ সি বীতাৰ পিছফালে গৈ বহিল । বীতাই শংকাবোধ কৰিলে । জানোচা সি এতিয়াই বীতাক সাৱটি ধৰিব । বীতাই মনৰ ভাব প্ৰকাশ নকৰি একেদৰেই বহি থাকিল । কিকুচিয়ে বীতাৰ সোণালী চুলিবোৰৰ ওপৰত হাত ফুৰালে । নিজৰ গালে-মুখে সানিলে আৰু তাৰ ভাষাতে সি কিবাকিবি ক'লে ।

অলপ সময়ৰ পিছতে বীতা তাৰ কালে ঘূৰি বহিল । কিকুচিয়ে অলপ আঁতৰত আঠুকাঢ়ি বহি ৰ'ল ।

: চুলামী !—বীতাই শব্দটো উচ্চাৰণ কৰি চুলামী তাৰ কিবা হয় নেকি ইংগিতেৰে প্ৰশ্ন কৰিলে ।

সি বীতাৰ ইংগিত বুজি পালে আৰু তাৰ অবোধ্য ভাষাৰ লগতে নানান অংগী ভংগীৰে বুজাবলৈ চেষ্টা কৰিলে যে সি চুলামীক সমূলি ভাল নাপায় । চুলামীয়েহে তাক আমনি কৰি ফুৰে । তাৰ পিছত সি অংগী ভংগীৰে অনেক

কিবা বুজাবলৈ চেষ্টা কৰিলে। কিন্তু ৰীতা অন্যমনস্ক হ'ল। বাৰে বাৰে হৃদয়ৰ প্ৰতিবিম্বিত হ'ল আইভানৰ মুখখন।

কিকুচি থিয় হ'ল। হাতত যাঠীপাত আৰু নল ধনু লৈ ৰীতাক গুহাত আশ্ৰয় ল'বলৈ ইংগিত দি এখোজ দুখোজকৈ কিকুচি সেই ঠাইৰ পৰা আঁতৰ হ'ল। ৰীতাৰ ভয় লাগিল। আকৌ যদি কোনো উপজাতিৰ চকুত ৰীতা পৰে! লগে লগে ৰীতা লৰি গ'ল তললৈ আৰু কিকুচিৰ পথ আগচি ধৰিলে। কিকুচিয়ে অবাক হৈ ৰীতালৈ চালে। ৰীতাই তাক বুজাবলৈ চেষ্টা কৰিলে যে অকলে থাকিবলৈ তাই ভয় কৰেঁ। কোনোবাই আহি তাইক আকৌ ধৰি লৈ যাব পাৰে।

কিকুচিয়ে বোধহয় কিবা বুজি পালে। সি বুজাবলৈ চেষ্টা কৰিলে যে এই ঠাইত ৰীতাৰ কোনো ভয় নাই। সি এনে ঠাইলৈ ৰীতাক লৈ আহিছে যে য'ত ৰীতাক বিচাৰি কোনোৱেই নাপায়।

ৰীতাই কিকুচিৰ বাট এৰি দিলে। কিকুচিয়ে হাঁহি এটা মাৰি পুনৰ আগবাঢ়িল।

ৰীতা উভতি আহিল গুহাটোৰ ওচৰলৈ। চাৰিওদিশ নিৰ্জনতাৰে ভৰা। পূৰ্বাকাশত সূৰ্যোদয়ৰ বিচিত্ৰ বৰ্ণালীৰ সমাবেশ। প্ৰভাতৰ আকাশত চতুৰ্দিশৰ নিস্তব্ধতাত বিৰাজ যেন এক কৰুণ প্ৰশান্তি।

বহুদূৰলৈকে কিকুচিক দেখা গৈছিল। হাতত যাঠী - ধনু লৈ সি নিশ্চয় খাদ্যৰ সন্ধানত গৈছে নাইবা কোনোবা শত্ৰুৰ উমান ল'বলৈ গৈছে। কিকুচিক নেদেখা হোৱালৈকে ৰীতাই চাই ৰ'ল। তাৰ পিছত লৰালৰিকৈ আগবাঢ়িল সৰু জলপ্ৰপাতটোৰ কাষলৈ। সি ঘূৰি অহাৰ আগতেই গাটো ভালদৰে ধুই ল'ব লাগিব।

জলপ্ৰপাতটোৰ ওচৰ পাই ৰীতাই সম্পূৰ্ণ নিৰাভৰণ হৈ চাৰিওফালে এবাৰ চাই ল'লে। এটা চৰায়ো ৰীতাৰ চকুত নপৰিল। নিশ্চিন্ত মনেৰে ৰীতা নিজৰাটোলৈ নামি গ'ল। এই দুদিন ঘামত ভিজি গোটেই দেহাটোৱেই টেঙা টেঙা গোন্ধাইছিল। নিজৰাৰ পানীখিনি অত্যন্ত শীতল হ'লেও ৰীতাই গা ধুই বেচ আৰাম অনুভৱ কৰিলে। অনেক সময় ধৰি সাতুৰি – নাদুৰি গা ধোৱাৰ পাছত কাপোৰবোৰ পিন্ধি লৈ গুহাৰ ওচৰলৈ উভতিব খুজি হঠাৎ এটা শিলৰ আঁৰত কিকুচিক বহি থকা দেখি ৰীতা উচপ খাই উঠিল। সি শিলটোৰ আঁৰৰ পৰা এক দৃষ্টিৰে ৰীতাৰ গা ধোৱা দৃশ্যকে বোধহয় বহু সময়ৰ পৰা চাই আছিল। ৰীতাৰ চকুৰে চকুৰে পৰাত সি বগা দাঁত দুপাৰি উলিয়াই কিচিককৈ হাঁহি দিলে। ৰীতাৰ এনে লাগিল যেন শিলেৰে খুন্দিয়াই তাৰ দাঁত দুপাৰি ভাঙি পেলাব। ৰীতাই তাক একো নকৈ দ্ৰুত পদক্ষেপেৰে গুহাটোৰ ওচৰলৈ আহিল।

ইতিমধ্যে কিকুচিয়ে গুহাৰ সন্মুখতে এখোকা পকা কল আৰু এটা মাছ ৰাখি থৈ গৈছিল। বীতা আহি সেই ঠাইতে থমকি ৰ'ল। কিকুচিও আহিল। কিকুচিয়ে মাছটো তুলি বীতাক দেখুৱালে। সাগৰীয় মাছ। মাছটোৰ পিঠিত বৰ্ণাৰ খোচ। আঘাতপ্ৰাপ্ত অংশৰ পৰা তেতিয়াও তেজ বৈ আছে। কিকুচিয়ে মাছটো বীতাৰ ফালে আগ বঢ়ালে। বীতাই ইংগিতেৰে বুজাবলৈ চেষ্টা কৰিলে যে মাছটো তাই কেঁচাই খাব নোৱাৰে। জুইত পুৰিলে খাব পাৰিব।

কিকুচি যেন হতাশ হ'ল। সি বীতাক বুজাবলৈ চেষ্টা কৰিলে যে সেই ঠাইত জুই ধৰিলে বিপদৰ সম্ভাৱনা। কাৰণ বহু দূৰৰ পৰা ধোঁৱা দেখা যায় আৰু শত্ৰুৱে সিহঁতৰ স্থিতি সম্পৰ্কে গম পাব।

মাছটো গ্ৰহণ নকৰিলে কিকুচিয়ে দুখ পাব। কিকুচিৰ মনত দুখ দিবলৈ বীতাই ইচ্ছা নকৰিলে। অন্ততঃ সি ভাল পাওক বুলি ভাবিয়েই বীতাই মাছটো গ্ৰহণ কৰিলে। কিকুচিয়ে আনন্দতে জপিয়াবলৈ ধৰিলে। তাৰ পিছত সি মাছটো পুনৰ বীতাৰ হাতৰ পৰা ৰ সুন্দৰ ভাবে দুফাল কৰি ভিতৰৰ কাঁইট আদি গুচাই দিলে। বীতাই মাছটো খাওঁ নাখাওঁকৈ মুখৰ ওচৰলৈ নিলে। লগে লগে কেঁচা মাছৰ গোন্ধটো নাকত লগাত বীতাৰ বমি অহাৰ উপক্ৰম হ'ল। তথাপি কোনোমতে সহ্য কৰি বীতাই মাছটোত একামোৰ মাৰিলে। কিন্তু আৰু নোৱাৰিলে। লগে লগে বীতাই বমি কৰি পেলালে। মাছটো শিল এটাৰ ওপৰতে থৈ বীতা লৰি গ'ল নিজৰাটোৰ ফালে।

একে ঠাইতে থিয় হৈ অবাক হৈ চাই ৰ'ল কিকুচিয়ে। তাৰ পিছত বীতাই শিলটোৰ ওপৰত থৈ যোৱা মাছটোৰ এফাল হাতত উঠাই পৰম তৃপ্তিৰে কামুৰি কামুৰি খাবলৈ আৰম্ভ কৰিলে।

## ॥ চাৰি ॥

শাপাতে উপজাতিৰ মানুহবোৰে ইজনে সিজনৰ লগত নিজৰ মনৰ ভাব কথাতকৈ অংগী ভংগীৰেহে বেছি প্ৰকাশ কৰে। কথা বৰ কম কয়। কম কথাতে বেছি ভাৱ প্ৰকাশ কৰিব পাৰে।

ৰীতায়ো এই কেইদিনতে কিকুচিৰ পৰা শাপাতে জাতিৰ বিষয়ে অনেক কথা শিকিলে। কিকুচিৰ মনৰ ভাৱ ৰীতাৰ আগত কিকুচিয়ে অংগী ভংগীৰে প্ৰকাশ কৰে। ৰীতাই সেই অংগীভংগীবোৰ সহজে বুজি পোৱা হ'ল। আজি কালি সেইবোৰ বুজিবলৈ বিশেষ কষ্ট কৰিবলগীয়া নহয়। ৰীতায়ো নিজৰ মনৰ ভাৱ কিকুচিৰ আগত এতিয়া সহজেই অংগী ভংগীৰে প্ৰকাশ কৰিব পাৰে। দুয়োৰে মাজত এতিয়া ভাষা বাধক নহয়।

কিকুচিৰ ওচৰত ৰীতা এতিয়া যথেষ্ট সহজ হ'ব পাৰিছে। ৰীতাই নিঃসংকোচে এতিয়া কিকুচিৰ আগত নিৰাভৰণ দেহেৰে গা ধোৱে, ব'দ লয়,শোৱে। এটা জন্তুৰ আগত উলংগ হোৱা আৰু কিকুচিৰ আগত উলংগ হোৱা একে কথা। লাজ বোলা বস্তুটো সি বুজিয়েই নাপায়। যিখন সমাজত পিতৃ-মাতৃ, পুত্ৰ-কন্যা সকলোৱেই উলংগ, য'ত সভ্যতাৰ কোনো মূল্য নাই, ৰীতি নীতি য'ত অচল তাত আকৌ ৰীতাৰ দেহৰ আৱৰণৰ মূল্য ক'ত ?

কিন্তু সভ্যতাৰ পোহৰৰ পৰা আঁতৰত থকা বৰ্বৰ এই জাতিবোৰো কিছুমান ৰীতি-নীতি, শৃংখলাৰ মাজেৰে চলে। সিহঁতৰো ধৰ্ম আছে, সংস্কাৰ আছে। ভোগৰ লিপ্সা, ৰাজ্য বিস্তাৰৰ লালসা সিহঁতৰো আছে। সিহঁতৰ মাজতে আছে ক'ত জাতি-উপজাতি। ইদলে সিদলৰ ওপৰত প্ৰভুত্ব বিস্তাৰ কৰাৰ অভিলাষ সিহঁতৰ মনত সদা জাগ্ৰত।

ৰীতাক কিকুচিয়ে ভাল পায়, ৰীতাৰ সৈতে সংসাৰ পাতিব। সেয়ে সেই নিশা মুক্তিয়া উপ-জাতিৰ যোদ্ধা দলে সিহঁতৰ গাওঁ আক্ৰমণ কৰাৰ সুবিধাতে সি ৰীতাক পলুৱাই আনিছিল। নহ'লে পলুৱাই অনাৰ আন কোনো সুবিধাই নাছিল। ৰীতা বগা চামৰাৰ যুৱতী। সিহঁতৰ দেৱতাই ৰীতাক পঠাইছে পূৰ্ণিমাৰ নিশা সিহঁতৰ প্ৰধান দেৱতা 'আবাউই'ৰ আগত বলি দিবলৈ। এতেকে ৰীতাক সি

গ্ৰহণ কৰা সিহঁতৰ জাতিৰ ৰীতি অনুসৰি অসম্ভৱ। কেনোবাকৈ সিহঁতৰ দলৰ প্ৰধান ককস্বাই তাৰ মনৰ কথা গম পোৱা হ'লে তাক জীয়াই জীয়াই জুইত পুৰি মাৰিলেহেঁতেন। এতিয়া এই গুহাটোত দীৰ্ঘদিন থকাও বিপদজনক। তাৰ নিজৰ জাতি শাপাতেৰ কথা বাদেই, হোবেণা বা মুস্কিয়া সম্প্ৰদায়ৰ হাতত পৰিলেও সিহঁত দুটাৰ ৰক্ষা নাই। কিন্তু দেৱতাৰ আশীৰ্বাদ নোলোৱাকৈ সিতো ৰীতাক গ্ৰহণ কৰিব নোৱাৰে। দ্বীপটোৰ এক প্ৰান্তত আছে প্ৰকাণ্ড 'আবাউই'ৰ শিলৰ মূৰ্তি। তালৈ এদিন ছেগ চাই ৰীতাক লৈ সি যাব। আৰু তাৰ সোঁহাতৰ আঙুলি কাটি তাৰ তেজেৰে ৰীতাৰ বক্ষ যুগল বোলোৱাৰ পিছতহে সি ৰীতাক গ্ৰহণ কৰিব পাৰিব। তাৰ পূৰ্বে সি যদি ৰীতাক গ্ৰহণ কৰে তেন্তে তাক দেৱতাই জীয়াই জীয়াই খাব। সেয়ে সি ৰীতাক গ্ৰহণ কৰিবলৈ সাহস কৰা নাই। ইচ্ছা থাকিলেও উপায় নাই। 'আবাউই'ৰ ৰোষলৈ তাৰ ভীষণ ভয়।

ৰীতাই এইবোৰ কথা কিকুচিৰ পৰা জানিছিল। তাই মনে মনে ঈশ্বৰক প্ৰাৰ্থনা কৰিছিল সেই দিনটো যেন কেতিয়াও নাহে। 'আবাউই'ৰ ওচৰলৈ সিহঁত যেন কেতিয়াও যাব নোৱাৰে। যি দিনাই সিহঁত 'আবাউই'ৰ ওচৰলৈ যাব সেই দিনাই নিজক বিসৰ্জন দিব লাগিব কিকুচিৰ ওচৰত। কিকুচিয়েও বাট চাই আছে সেই দিনটোলৈ। যিটো দেহ যতনে ৰীতাই একমাত্ৰ আইভানৰ কাৰণেহে ৰাখিছিল ইমান দিনে সেই দেহ এটা বৰ্বৰ, অসভ্য যুৱকৰ হাতত কেনেদৰে তুলি দিব। ৰীতাৰ দৃঢ় বিশ্বাস এদিন তাই আইভানৰ ওচৰলৈ ঘূৰি যাবই। কিন্তু কিমান দিন অপেক্ষা কৰিব ৰীতাই? তাই জানো পাৰিব? হয়তো এদিন নিজেই কিকুচিয়ে নিবিচাৰিলেও নিজক সমৰ্পণ কৰিব লাগিব।

এটা কথা ভাবি ৰীতা আচৰিত হয়। ৰীতা যিখন সভ্য সমাজত ডাঙৰ হৈছে সেই তথাকথিত সভ্য সমাজখনৰ এনে এজন পুৰুষ নাই যি এনে এটা নিৰ্জন দ্বীপত ৰীতাৰ দৰে এজনী নাৰীক অকলে পায়ো উপভোগ নকৰিব, দীৰ্ঘ দিনৰ আৰ্জিত জ্ঞান, ধৰ্ম, সভ্যতা সকলো পাহৰি মানুহ কাম, ক্ৰোধ, লোভ মোহ ৰিপুৰ বশৱৰ্তী হয় কিন্তু সেই সমাজখনৰ বাবে তথাকথিত এই বৰ্বৰ জাতিবোৰে কিন্তু নিজৰ ৰীতি-নীতি আৰু ধৰ্মক বেছি গুৰুত্ব দিয়ে। ধৰ্মৰ বাবেই হওক বা ৰীতি-নীতিৰ বাবেই হওক কিকুচিয়ে নিজৰ ৰিপুক দমন কৰি ৰাখিব পাৰিছে। সন্মুখত এজনী বিবসনা পূৰ্ণ যৌৱনা যুৱতী পায়ো সি নিজৰ ধৰ্মৰ পৰা আঁতৰি যোৱা নাই, তাৰ মন চঞ্চল হোৱা নাই।

কিকুচিক ভাল পাইছিল চুনাৰীয়ে। চুনাৰী সিহঁতৰ ককস্বাৰ কন্যা। ককস্বা মানে শাপাতে জাতিৰ প্ৰধান। কিকুচিয়ে কিন্তু চুনাৰীক ভাল নাপায়।

ফকম্বাৰ শাস্তিৰ ভয়তে সি চুনামীক গ্ৰহণ কৰিবালৈ ওলাইছিল। বহুদিনৰ আগতে কেইজনমান সোণালী চুলিৰ মানুহৰ লগতে এজনী গাভৰু আহি সিহঁতৰ দ্বীপত উপস্থিত হৈছিল। ইয়াৰ আগতে কিকুচিয়ে শ্বেতকায় আৰু সোণালী চুলিৰ মানুহ দেখা নাছিল। সিহঁতৰ মানুহবোৰে শ্বেতকায় কেইজনক জুইত পুৰি খাইছিল। ছোৱালীজনীৰ সোণালী চুলি দেখি কিকুচিৰ খুব ভাল লাগিছিল আৰু এদিন সি ৰীতাৰ দৰেই তাইৰ ওচৰতো প্ৰেম নিবেদন কৰিছিল। তাই কিন্তু তাৰ প্ৰেম গ্ৰহণ কৰা নাছিল। শাপাতে জাতিৰ বুমায়াৰ (মংগল চাওঁতা) নিৰ্দেশক্ৰমে এদিন পূৰ্ণিমাৰ নিশা সেই যুৱতীকো 'আবাউই'ৰ ওচৰত বলি দিয়া হ'ল। কিকুচিয়ে ৰীতাক উদ্ধাৰ নকৰা হ'লে তাইকো পূৰ্ণিমাৰ নিশা 'আবাউই'ৰ ওচৰত বলি দিলেহেঁতেন। কিকুচিয়ে ৰীতাক ভাল পোৱাৰ কথা চুনামীয়ে কেনেবাকৈ গম পাইছিল। সেয়েহে সেই নিশা তাই তেনেদৰে ৰীতাক আক্ৰমণ কৰিছিল।

ৰীতাই আৰু ভাবে এই ভয়ংকৰ দ্বীপটোৰ কথা। ভাগ্য বৰ্তমানলৈকে ভাল বুলিয়েই ক'ব লাগিব অন্ততঃ কিকুচিৰ দৰে এজন সংগী পালে। শাপাতেৰ হাতত বন্দী নহৈ দ্বীপটোত অকলে থাকিব লগা হোৱাহেতেন্নো ৰীতা বলিয়া হৈ গ'লহেঁতেন। একো নহ'লেও কিকচি এতিয়া ৰীতাৰ সুখ-দুখ আনন্দৰ সংগী। যদিও কিকুচিৰ লগত ৰীতাৰ আকাশ পাতাল প্ৰভেদ। এজন সভ্য, আনজন বৰ্বৰ সমাজৰ প্ৰতীক। এজন নগৰবাসী আনজন বনচৰ। কিন্তু আজি দুয়ো এক। সভ্যতা, ধৰ্ম, ভাষা, ৰীতি, আচাৰ-ব্যৱহাৰৰ মাজত আকাশ পাতাল প্ৰভেদ হ'লেও দুয়োৰে হাঁহি কান্দোনখিনি একেই।

: ৰী-তা !—পিছ ফালৰ পৰা কিকুচিয়ে চিঞৰিলে।

ৰীতা উভতি আহিল। কিকুচিয়ে এই মাত্ৰ গা ধুই আহিছে। আজি কালি সি নিয়মিত গা ধোৱে। ৰীতাই শিকাইছে তাক। দেহৰ পানীবোৰ তেতিয়াও শুকুৱা নাই। সদ্যস্নাত কিকুচিৰ নগ্ন দেহাটোলৈ চাই ৰীতাই হাঁহিলে কিকুচি আওৰাই আহিল। ৰীতাই গছৰ বাকলিৰে তৈয়াৰ কৰি থকা টুপীটো সি অবাক হৈ চালে। ৰীতাই তাক দেখুৱাই টুপীটো মূৰত পিন্ধিলে। তাৰ পিছত তাৰ মূৰত পিন্ধাই দিলে। সি হাঁহি হাঁহি বাগৰি পৰিল।

ৰীতা গুহাটোৰ ভিতৰলৈ সোমাই গ'ল। ভিতৰত এঠাইত সযতনে ৰখা তাইৰ কাপোৰবোৰ হাতত তুলি চালে। তাই নিজকে এনেদৰে নগ্ন কৰি ৰাখি ভাল কাম কৰা নাই। লজ্জাই মানুহক নগ্নতা ঢাকিবলৈ শিকাইছিল। নগ্নতা হৈছে বৰ্বৰতাৰ চৰম নিৰ্দৰ্শন। বৰ্বৰৰ লগত থাকি নিজকে বৰ্বৰ কৰাৰ কোনো যুক্তি নাই। তাই সভ্য জগতৰ প্ৰাণী। বৰঞ্চ বৰ্বৰ কিকুচিক তাই সভ্যতাৰ বিষয়ে

শিকাৰ। তাই এদিন এই দ্বীপৰপৰা গুচি গ'লেও কিকুচিয়ে অন্ততঃ বৰ্বৰ জাতি-বোৰৰ মাজত সভ্যতাৰ পোহৰ বিলাব পাৰিব। বৰ্বৰতাৰ ওচৰত সভ্যতাই কিয় হাৰ মানিব। সভ্যতাৰ ওচৰত বৰ্বৰতাই হাৰ মানক। অন্ধকাৰে পোহৰক আগুৰিব নোৱাৰে। পোহৰেহে অন্ধকাৰক খেদে। জ্ঞানৰ স্পৃহা মানুহৰ অন্তৰত চিৰকাল থাকিব। সেই কাৰণেই এফালৰ গুহাবাসী মানবে আজি পৃথিৱী জুৰি সুসভ্য মানৱজাতিৰ প্ৰতিষ্ঠা কৰিব পাৰিছে। কিন্তু এই দ্বীপত ৰীতাই এই কাপোৰ বোৰ কিমান দিন পিন্ধিব পাৰিব! এই দ্বীপত কিমান দিন কিমান মাহ কিমান বছৰ থাকিব লগা হয় কোনে জানে? ভগৱানে নকৰক যদি চিৰকাল ইয়াতে কটাব লগা হয়। তাতকৈ গছৰ বাকলিৰে তৈয়াৰ কৰা বসনেই ভাল। তাকেই পিন্ধিব ৰীতাই। কিকুচিকো তৈয়াৰ কৰি দিব।

এইদৰেই দিনবোৰ পাৰ হ'ল। কিকুচিয়ে ৰীতাক লৈ দেৱতা আবাউই'ৰ ওচৰলৈ যোৱাৰ সুবিধাই উলিয়াব নোৱাৰিলে। কাৰণ পথ দীঘলীয়া। শাপাতে বিলাকৰ গাওঁ পাৰ হৈ তাতকৈও দুৰ্দ্ধৰ্ষ হোবেণা গাঁৱৰ মাজেৰে যাব লাগিব। অৱশ্যে হোবেণা গাঁৱৰ মাজেৰে নগৈ সাগৰৰ পাৰে পাৰে যাব পাৰি। কিন্তু কেইবাদিনো লাগি যাব। কিকুচিয়ে চেষ্টা নকৰা নহয়, কেইবাদিনো চেষ্টা কৰিছে দেৱতা 'আবাউই'ৰ ওচৰলৈ যাবলৈ; কিন্তু আদবাটৰ পৰাই ঘূৰি আহিবলৈ বাধ্য হৈছে। আৰাধ্য দেৱতা আবাউইৰ ওচৰত আশীৰ্বাদ লৈ কোনো মতে ৰীতাক পত্নী ৰূপে গ্ৰহণ কৰাৰ পিছত সি আৰু ইয়াত নাথাকে। এই দ্বীপৰ পৰা কিছু আঁতৰত থকা কোকা দ্বীপটোলৈ গুচি যাব। তালৈ সিহঁতক বিচাৰি কোনোৱেই নাযায়। আনকি হোবেণা, কিম্বায়া বা মুকিয়াবোৰো গৈ তাত পদাৰ্পণ নকৰে। সেই দ্বীপটো সিহঁতে বগা দৈত্যৰ বাসস্থান বুলি ভাবে। কিন্তু কিকুচি অকলে সেই দ্বীপত সকলোৰে অজ্ঞাতে কেইবাবাৰো পদাৰ্পণ কৰিছে। এই কথা সি কাকো কোৱা নাই। কাৰণ এয়া নীতি বিৰুদ্ধ কাম আৰু এই কামৰ বাবে তাক বুমাযাব নিৰ্দেশ মতে অমানুষিক শাস্তি দি হত্যা কৰিব পাৰে। সকলোৰে বিশ্বাস, যি মানুহ কোকা দ্বীপত পদাৰ্পণ কৰিব তাৰ গাতে দৈত্য সোমাই আহিব আৰু সেই দৈত্যই গাওঁ-ভূঁই এফালৰ পৰা উচ্ছন কৰিব।

এই দ্বীপত থকা কিমান দিন হ'ল ৰীতাই শিলত আঁক টানি হিচাপ ৰাখে। এমাহ পাঁচদিন পাৰ হ'ল। এই পয়ত্ৰিছটা দিনত ৰীতাই সাগৰত এখন জাহাজ নাইবা আকাশত এখন আকাশী যানো দেখা নাপালে। পূৰ্বাকাশত সূৰ্যোদয়ৰ লগে লগে ৰীতাৰ মনত আশা জাগে; জানোচা কৰবাত এখন জাহাজ দেখা পায়েই। কিন্তু সূৰ্যাস্তৰ লগে লগে সেই আশা নিৰাশাত পৰিণত হয়।

আজি পুৱাতে কিকুচিয়ে জনাইছিল যে আজি নিশা যিকোনো প্ৰকাৰে

সি বীতাক লৈ দেৱতা আবাইউইৰ ওচৰলৈ যাবই। কাৰণ সি খবৰ লৈ গম পাইছে যে সিহঁতৰ গাঁৱত আজি ডাঙৰ উৎসৱ। মুস্কিয়াৰ লগত যুঁজ কৰি শাপাতে বোৰ জিকিছে। অনেক মুস্কিয়া যুৱক-যুৱতী শাপাতেৰ হাতত বন্দী। বন্দীবোৰৰ অনেকক আজি উৎসৱত বুমায়াৰ নিৰ্দেশত হত্যা কৰিব আৰু অনেকক ভৃত্য কৰি ৰাখিব। গতিকে গোটেই নিশা ধৰি উৎসৱ চলিব। এনে সুযোগ সেই কাৰণে কিকুচিয়ে এৰি দিব নোখোজে। এই কথা কিকুচিৰ পৰা জনাৰ পিছত বীতা যেন স্তব্ধ হৈ গ'ল। কাৰণ বীতাই জানে যে আবাউই'ৰ ওচৰত গৈ আশী-ৰ্বাদ লোৱাৰ পিছতে বীতা আৰু আইভানৰ হৈ নাথাকিব। কিকুচিয়েই হ'ব তেতিয়া বীতাৰ সৰ্বস্ব। তেতিয়া আৰু কিকুচিৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাহিৰে বীতাৰ আৰু অন্য পথ নাই। বীতাই ভালদৰে জানে যে এই ক্ষেত্ৰত কিকুচিক বাধা দি লাভো নাই। অৱশেষত বীতা কিকুচিৰে হ'লগৈ। যি কথা বীতাই সপোনতো ভবা নাছিল----এক বৰ্বৰ, অসভ্য জাতিৰ এজন যুৱকৰ লগত সংগিনী হৈ গোটেই জীৱন পাৰ কৰিব লাগিব। সভ্য জগত এতিয়া সেয়া এক সপোন মাত্ৰ। ক'ত সেই উদ্দীপ্ত ৰঙীন জীৱন......আইভানৰ লগত জীৱন নিৰ্বাহ----হয়তো সেয়া অলীক কল্পনা মাথোন। সন্ধিয়া হ'বলৈ বেছি সময় নাই। আৰু মাত্ৰ কেইঘণ্টামানহে বাকী। তাৰ পিছতে সকলো শেষ হৈ যাব। বীতা হৈ পৰিব অন্য এক নাৰী। বীতাৰ যৌৱন, ৰূপ-সৌন্দৰ্য যাক লৈ আইভানে কবিতা ৰচিছিল, গৌৰৱ কৰিছিল; সেয়া সকলো আজি এনে এজনৰ হাতত যি ৰূপ সৌন্দৰ্যৰ ভু নাপায়; প্ৰভাতৰ হিৰণ কিৰণ জ্যোতি, অস্তগামী সূৰ্যৰ ৰঙীন আভা দেখি যি ভোল নাযায়, পক্ষীৰ সুমধুৰ কাকলি শুনি যি পমকি নৰয়। মৃদু মধুৰ জলতৰংগৰ সুৰধ্বনি শুনিলে যাৰ হৃদয় নানাচে, প্ৰকৃতিৰ অপৰূপ ৰূপ লাৱণ্য যি উপভোগ কৰিব নাজানে সেই কিকুচিৰ হাতৰ মুঠিত বীতা বন্দী। এটা চিম্পাঞ্জী আৰু কিকুচিৰ মাজত কি পাৰ্থক্য !

ক্ৰমে নিশা হৈ আহিল। কিকুচি আবাউইৰ ওচৰলৈ যাবলৈ সাজু হ'ল। যাঠী, ধনুকাঁড় সকলো সাজু কৰি ল'লে। আন্ধাৰতে বীতাই নীৰৱে চকুলো টুকিলে। এটা সময়ত কিকুচিয়ে বীতাক লৈ আগবাঢ়িল।

যিখন নৈৰে কিকুচি আৰু বীতা আহি সেই ঠাইত উপস্থিত হৈছিল, সেই নৈখনৰ ওচৰ পাই কিকুচিয়ে এঠাইত লুকুৱাই ৰখা ডোংগাখন উলিয়াই আনিলে। দুয়ো ডোংগাত উঠিল। ভাটিয়নি পানীত ডোংগাখন সোঁ-সোঁৱাই অগ্ৰসৰ হ'ল।

জোনাৰ পোহৰতে পৃথিৱী সামান্য পোহৰ। সেই পোহৰতে নদীৰ মাজত থকা প্ৰকাণ্ড শিলবোৰৰ ফাঁকে ফাঁকে অতি দক্ষতাৰে কিকুচিয়ে চাই গৈছিল। পাতল আন্ধাৰত কিকুচিক এটা ছাঁৰ দৰে লাগিছিল। তাৰ মুখত আশা আৰু আশংকাৰ খেলা বীতাই কল্পনাৰ দৃষ্টিৰে দেখা পাইছিল।

নদীৰ দুয়োপাৰৰ ঘন সেউজ অৰণ্য অঞ্চল গাঢ় অন্ধকাৰৰ দৰে দেখা গৈছিল। যেন পৃথিবীৰ সকলো অন্ধকাৰ তাতে থুপ খাই আছে। নদীৰ কল্ কল্ শব্দ, তাৰ লগতে কিকুচিৰ বঁঠা মৰাৰ শব্দৰ বাহিৰে ক'তো একো শব্দ নাই। চতুর্দিশ নীৰৱ নিস্পন্দ। দ্বীপটো বিশুষ্ক বিৰস নহয়। সেউজৰ সজীৱতা আছে—কিন্তু জীৱনৰ চঞ্চলতা নাই। নদীৰ কলধ্বনিৰ বাহিৰে পশুপক্ষী কীট পতংগৰ যেন কোনো নিদর্শন নাই; প্রাণৰ চঞ্চলতাও নাই। বতাহো যেন স্তব্ধ—গছৰ মর্মৰ ধ্বনিও নাই। এক বিৰাট নিস্তব্ধতাৰে সমগ্র বনস্থলি যেন পৰিপূর্ণ। শব্দ নাই, ভাষা নাই, বর্ণৰ বৈচিত্র্য নাই, প্রাণৰো যেন স্পন্দন নাই।

বহি বহি বীতাই নিজৰ জীৱনৰ কথা ভাবে। বেদনাৰে মন ভৰি উঠে। এই দ্বীপৰ পৰা বীতাৰ আৰু নিস্তাৰ নাই। কিকুচিয়ে গ্রহণ কৰাৰ পিছত কেতিয়াবা সভ্য সমাজখনলৈ ঘূৰি যোৱাৰ সুবিধা পালেও কি লাভ হ'ব ? আইভানে জানো পূর্বৰ দৰে সাদৰি ল'ব ! আইভান যদি বাচি আছে, তেওঁ জানো বীতাৰ বাবে অপেক্ষা কৰিব ? কিন্তু সেই দুর্যোগৰ নিশাটোত বীতাৰ দৰে যদি আইভানো সাগৰত পৰিছে ! কিন্তু বীতা নিশ্চিত—বীতাৰ মনটোৱে বাৰে বাৰে কৈছে যে আইভান বাচি আছে। কেইটোপাল মান চকুলো বীতাৰ গালৰ ওপৰেদি বৈ আহিল। মৃত্যু পর্যন্ত অতৃপ্ত বাসনাৰ সপোন দেখিয়েই হয়তো বীতাই এই দ্বীপত দিন অতিবাহিত কৰিব লাগিব।

ইতিমধ্যে কিকুচিয়ে ডোংগাখন পাৰলৈ চপাই নিলে। পাৰত ডোংগাখন লগাৰ লগে লগে জাপ মাৰি কিকুচি ডোংগাৰ পৰা নামিল। বীতাও। কিকুচিয়ে আকাৰতে অংগীভংগী কৰি বীতাক কিবা বুজালে। তাৰ পিছত সাৱধানে দুয়ো আগবাঢ়িল।

হঠাৎ নিচেই ওচৰতে বাজি উঠা শাপাতেবোৰৰ ঢোলৰ শব্দত দুয়ো উচপ খাই উঠিল। ঢোলটোৱে কি কৈছে কিকুচিয়ে কন্তেক থমকি বৈ বুজিবলৈ চেষ্টা কৰিলে। তাৰ পিছত নির্ভয়ে পুনৰ অগ্রসৰ হ'ল। বীতাই নিজৰ অভিজ্ঞতাৰ পৰা বুজিলে যে বোধহয় শাপাতেবোৰৰ উৎসৱ আৰম্ভ হৈছে। সচৰাচৰ ইহঁতেও ঢোলৰ শব্দেৰে আফ্রিকাৰ আদিম অধিবাসীৰ দৰে সংবাদ ইঠাইৰ পৰা সিঠাইলৈ প্রেৰণ কৰে।

অন্ধকাৰৰ আঁৰ লৈ দুয়ো আগুৱাই গৈ থাকিল। কিকুচি নিশাচৰ পক্ষীৰ দৰেই ক্ষিপ্র আৰু চতুৰ। চকুৰ পচাৰতে অনেক দূৰ আগবাঢ়ি যায় আৰু সন্দেহজনক কিবা শব্দ শুনিলেই মুহূর্তৰ ভিতৰতে নিজক লুকুৱায়। বীতা কিন্তু ইমান ক্ষিপ্র নহয়। সাৱধানী হ'লেও অধিক উত্তেজনাৰ বাবে বাৰে বাৰে উজুতি খায়। এক যন্ত্রণাদায়ক যাত্রা।

ক্ৰমে ঢোলৰ শব্দ আৰু স্পষ্টকৈ দুয়োৰে কৰ্ণগোচৰ হ'ল। তাৰ লগতে শাপাতে বিলাকৰ বীভৎস চিঞৰ। শত্ৰু জয়ৰ আনন্দ। শত্ৰুৰ মাংসৰে আজি ডাঙৰ ভোজ হ'ব সিহঁতৰ।

শাপাতে বিলাকৰ শাৰী শাৰীকৈ তৈয়াৰ কৰা সৰু সৰু ঘৰবোৰৰ ওচৰ পাই কিকুচি খমকি ৰ'ল। কাণ পাতি কিবা শুনিবলৈ পাই নেকি তাৰ বাবে কিকুচিয়ে অতি সাৱধানেৰে এটা ঘৰৰ আঁৰ লৈ থিয় হ'ল। ৰীতাও গৈ ওচৰত ৰ'ল। তাৰ পিচত কিকুচিয়ে ৰীতাৰ হাত এখনত ধৰি লৰি গৈ আন এটা ঘৰৰ আঁৰ ল'লে। ঘৰবোৰৰ কোনোটোতেই প্ৰাণৰ লক্ষণ নাই। হয়তো সকলো উৎসৱৰ ক্ষেত্ৰলৈ গৈছে। জুপুৰী ঘৰবোৰৰ কেইবাটাও অতিক্ৰম কৰাৰ পিছত চাৰিওফালে বৃহৎ বৃহৎ গছে ঘেৰি ৰখা আহল বহল শাপাতেবিলাকৰ উৎসৱৰ স্থলী ৰীতাৰ দৃষ্টি গোচৰ হ'ল। বিবিধ ৰঙেৰে মুখবোৰ আঁকি বাৰে বৰণীয়া পাখিৰে সজ্জিত শাপাতেবোৰে বন্দী মুক্বিয়াবোৰক ঘেৰি জুইৰ পোহৰত উদ্দাম গতিৰে নাচি আছে। সিহঁতৰ নৃত্য আৰু গীতে মানুহৰ মনত ত্ৰাসৰহে সৃষ্টি কৰে। ৰীতাৰো অন্তৰ দুৰু দুৰুকৈ কঁপিবলৈ ধৰিলে। বন্দীবোৰৰ অন্তিম দশাৰ কথা ভাবি ৰীতাৰ মন বেদনাৰে [illegible]ৰি পৰিল।

নাচি থকা প্ৰতিজন শাপাতেৰ হাতত একোডাল প্ৰকাণ্ড যাঠী নাইবা ভয়ানক একোখন কুঠাৰ। সিহঁতৰ ভয়ানক অংগী ভংগীবোৰ ৰীতাই বেছি সময় চাবলৈ ইচ্ছা নকৰিলে। ৰীতাই ঘূৰি কিকুচিলৈ চালে। কিন্তু সমুখত কিকুচি নাই। ৰীতাৰ বুকুত প্ৰচণ্ড শিল এটাইহে আহি যেন খুন্দিয়ালে। ইফালে সিফালে আতংক ভৰা দৃষ্টিৰে চাই আগবাঢ়িব খোজোঁতেই হঠাৎ কোনোবা দুজনে আহি ৰীতাৰ দুবাহুত খামুচি ধৰিলে। আতংকত ৰীতাই চিঞৰি উঠিল। কিন্তু ঢোলৰ প্ৰচণ্ড শব্দ আৰু নৃত্যৰত যুৱক-যুৱতীৰ চিঞৰ বাখৰত ৰীতাৰ চিঞৰ তল পৰিল।

ভয়ংকৰ চেহেৰাৰ শাপাতে দুজনে ৰীতাক টানি টানি এটা আহল বহল গোলাকাৰ ঘৰৰ ভিতৰলৈ লৈ গ'ল। ঘৰটোৰ ভিতৰত কেইজনমান বয়স্ক বৃদ্ধই জন্তুৰ চৰ্বিৰে তৈয়াৰ কৰা নম এডাল জ্বলাই বহি দুৰ্বোধ্য ভাষাৰে কিবা কিবি আলোচনা কৰি আছিল। এজন বৃদ্ধৰ হাতত এডাল কাঠি। সেই কাঠিডালেৰে বৃদ্ধই মজিয়াত কিবা নক্সা আঁকি আন কেইজনক বুজাই আছিল। ৰীতাক লৈ শাপাতে যুৱক দুজন ঘৰটোৰ ভিতৰত সোমোৱাৰ লগে লগে বৃদ্ধ কেইজন ওলাই গ'ল। ঘৰটোৰ ভিতৰতে এটা খুটাত ৰীতাক কটকটীয়াকৈ বছী এডালেৰে বান্ধি যুৱক দুজনো ওলাই গ'ল। অলপ পিছতে কেইজনমানে হাতে ভৰিয়ে বন্ধা অৱস্থাত কিকুচিকো লৈ ঘৰটোৰ ভিতৰলৈ আহিল। পিছে পিছে দলৰ প্ৰধান

কৰুণা আৰু জীয়েক চুলামী। বীতাৰ চকুৰে চকুৰে পৰাত চুলামীয়ে দাঁত কামুৰি ক্ৰুদ্ধা নাগিনীৰ দৰে ফোঁচফোচাই উঠিল। কৰুণাই সোঁহাতখন ওপৰলৈ উঠাই কিবা এটা শব্দ উচ্চাৰণ কৰিলে। লগে লগে কিকুচিক ধৰি অনা কেইজনে বীতাৰ সমুখৰ খুটাটোত কিকুচিকো জবপুৰকৈ বান্ধি পেলালে। কৰুণাই পুনৰ কিবা এটা কৈ ওলাই গ'ল। পিছে পিছে চুলামীৰ বাহিৰে আন কেইজনো ওলাল।

চুলামীয়ে কিকুচিলৈ চালে। সি কোনো ফালে নাচাই অধোবদন হৈ পিয় হৈ আছে। চুলামী এইবাৰ বীতাৰ ওচৰত গৈ পিয় হ'ল। বীতাই শংকামিশ্ৰিত দৃষ্টিৰে চুলামীলৈ চালে। চুলামীয়ে খঙতে বীতাৰ পিন্ধি থকা গছৰ বাকলিৰ আৱৰণৰখিনি একে আজোৰে টানি দূৰলৈ দলিয়াই দিলে। বীতাৰ বক্ষকুঁকাল উন্মুক্ত হৈ পৰিল। এইবাৰ চুলামীয়ে বীতাৰ মুখত সজোৰে খামুচি ধৰিলে। বীতাই চিৎকাৰ কৰি উঠিল। কিকুচিয়ে খঙেৰে চুলামীলৈ চালে। চুলামী কিকুচিৰ ওচৰলৈ আগুৱাই গৈ উচ্চাৰণ কৰিলে : মনিগাতো।

কিকুচিয়ে মূৰ জোকাৰিলে।

চুলামী তত্‌ালিকে ঘৰটোৰ পৰা ওলাই গ'ল। বীতাই দুখ আৰু বেদনাত ইতিমধ্যে উচুপিবলৈ আৰম্ভ কৰিছিল। কিকুচিয়ে অসহায়ৰ দৰে বীতালৈ চাই ৰ'ল।

ক্ৰমে নিশা গভীৰ হৈ আহিল। শাপাতে বিলাকৰ উৎসৱৰ নৃত্য গীত কেতিয়াবাই স্তব্ধ হৈছিল। সমগ্ৰ অঞ্চলত মৃত্যুৰ নিস্তব্ধতা। শাপাতেবোৰে বোধহয় খুব ডাবুই (এবিধ মদ) খাই যেনি তেনি ঢলি পৰিছে। বীতাৰ চিলবিলাকৈ চৌপনি আহিছিল বন্দী অৱস্থাতে। কিকুচিৰ চকুত টোপনি নাই। সি মুক্তিৰ ক্ষণ গণিছে। সি নিশ্চিত যে চুনামী যিকোনো প্ৰকাৰে তাক উদ্ধাৰ কৰিবলৈ আহিবই। আৰু দুৰ্ভাগ্যবশতঃ যদি নাহে তেন্তে অহা কাইলৈ সূৰ্য্যাস্তৰ লগে লগে বীতাৰ লগতে মৃত্যু তাৰ সুনিশ্চিত। বিশ্বাসঘাতকক শাপাতে জাতিয়ে ক্ষমা নকৰে। তদুপৰি সি আৰাধ্য দেৱতা আবাউইৰ বাবে উচৰ্গা কৰা বস্তু লৈ পলাইছিল। তাক কাইলৈ সূৰ্য্যাস্তৰ লগে লগে এবাটি চেনেক (বিহ) খাবলৈ দিব। সেই বিহ পেটত পৰিলেই সৰ্বনাশী টোপনি তাৰ চকুলৈ নামি আহিব। তাৰ পিছত তাৰ দেহাটো ডোখৰ ডোখৰ কৈ কাটি খোচুমাত (নদ) পেলাই দিব। বীতাক নিশ্চয় পৰবৰ্তী পূৰ্ণিমাৰ সময়লৈ ৰাখিব।

ঘৰটোৰ দুৱাৰৰ ওচৰত কিবা এটা শব্দ হ'ল। কিকুচিয়ে মূৰ তুলি চালে। সঁচাকৈয়ে চুনামী সোমাই আহিছে। চুলামীৰ সৰ্বাংগ গছৰ বাকলিৰে আবৃত। হাতত বাৰ্চী আৰু ধনু। কিকুচিক মুকলি কৰি আই কিকুচিৰ লগতে পলাই

যাবগৈ। কোনোবা দূৰ দ্বীপলৈ। কিকুচিক তাই ভাল পায়। কিকুচিৰ বাবে তাই সকলো কৰিব পাৰে। সেই কাৰণেই সকলো বিপদ দূৰ পাতি লৈ সকলোৰে চকুত ধূলি দি তাই কিকুচিক মুকলি কৰি দিবলৈ আহিছে।

চুলামী ভিতৰ সোমোৱাৰ লগে লগে বীতা সাৰ পাই গ'ল। চকুৰ আগতে চুলামীক এক আচহুৱা সাজত দেখি বীতা অবাক হ'ল। এক অজান আশংকাত বুকু কঁপি উঠিল। কোনে জানে হয়তো তাই বীতাৰ ওপৰতে প্ৰতিশোধ ল'বলৈ আহিছে! চুলামীয়ে বীতালৈ এবাৰো নাচালে। লৰালৰিকৈ তাই সোমাই আহি জ্বলি থকা চাকিটো ফু মাৰি নুমাই দিলে। তাৰ পিছত আন্ধাৰতে কিকুচিৰ কাষলৈ গৈ মুখৰ ভিতৰতে কিবা এটা ক'লে। কিকুচিয়ে কোনো উত্তৰ নিদিলে। চুলামীয়ে অতি ক্ষিপ্ৰতাৰে কিকুচিৰ দেহৰ বান্ধবোৰ খুলি দিলে। গোটেইবোৰ বান্ধ খোলাৰ পিছত কিকুচিক চুলামীয়ে হাতত ধৰি বাহিৰলৈ টানিলে। কিন্তু কিকুচি বাহিৰলৈ নগ'ল। তাৰ পৰিবৰ্তে সি চুলামীক নিজৰ গাৰ ওচৰলৈ টানি লে। চুলামীয়ে বাধা দি ফুচফুচাই কিবা ক'লে।

আন্ধাৰত কিকুচি আৰু চুলামীয়ে কি কৰিছে বীতাই একো দেখা নাপালে। চুলামীৰ সন্দেহজনক কাৰ্যকলাপে বীতাক আতংকিত কৰি তুলিছিল। বীতাই চুলামীৰ চকুত প্ৰতিশোধৰ দাবাগ্নি দেখা পাইছিল। শাপাতে বিলাকৰ হিংস্ৰতাৰ কথা বীতাই নজনা নহয়। অন্ধকাৰৰ সুযোগলৈ তাই কিকুচিকো হত্যা কৰিব নেকি! এনেতে কোনোবা এজন বীতাৰ ওচৰলৈ আগবাঢ়ি অহা বীতাই আন্ধাৰতে দেখা পালে। চুলামী নে কিকুচি?

ইতিমধ্যে ছায়ামূৰ্তিয়ে বীতাৰ দেহৰ বান্ধবোৰ খুলি দিবলৈ চেষ্টা কৰিলে। বীতা আচৰিত হ'ল। ছায়ামূৰ্তিয়ে কি কৰিব খুজিছে? বীতাৰ ভাবৰ যতি পৰিল। ছায়ামূৰ্তিয়ে বীতাৰ দেহৰ সকলো বান্ধ খোলাৰ পিছত হাত এখনত ধৰি বাহিৰলৈ টানিলে।

: কিকুচি!—বীতাই মনতে উচ্চাৰণ কৰিলে।

ঘৰটোৰ পৰা দুয়ো বাহিৰ ওলায়েই শাৰীবদ্ধ ঘৰবোৰৰ পিছ ফালেদি অৰণ্য অভিমুখে লৰিবলৈ ধৰিলে। বীতাই তেতিয়াহে বুজিলে যে চুলামীৰ অনুগ্ৰহত মুক্ত হৈ কিকুচিয়ে বীতাক লৈ পলাইছে; আকৌ সেই গুহা অভিমুখে। কিকুচিয়ে লগত যাঠী আৰু ধনুও লৈ আহিছে। বোধহয় এইবোৰ চুলামীৰ। কিন্তু চুলামী কিয় নাহিল? যাহক, শাপাতেৰ হাতৰ পৰা মুক্তি পাই বীতাৰ ভালেই লাগিল। নহ'লে কি যে এক বীভৎস মৃত্যুবৰণ কৰিবলগীয়া হ'লহেঁতেন! তাতকৈ ভাল লাগিল বীতাৰ আবাউইৰ ওচৰলৈ যাব নোৱাৰাৰ কাৰণে। ঈশ্বৰে নিশ্চয় বীতাৰ প্ৰাৰ্থনা শুনিছে।

একেলেথাবিয়ে অনেক দূৰ লৰি যোৱাৰ পিছত বীতা ভাগৰি পৰিল। আৰু এটা খোজো আগবঢ়োৱাৰ শক্তি নাই বীতাৰ। বীতাই কিকুচিক টানি ৰখাই দিলে। কিকুচিয়ে বীতালৈ চালে। বীতাই আকাৰে ইংগিতেৰে নিজৰ অক্ষমতাৰ কথা বুজালে। কিকুচিয়ে ততালিকে বীতাক কান্ধত তুলি ল'লে আৰু আগৰদৰেই আগ বাঢ়িল। কি অফুৰন্ত শক্তি আছে এই শাপাতে যুবকজনৰ দেহত। বীতাই ভাবি অবাক হয়। সমস্ত দিনটো লৰি ধাপৰি যন্ত্ৰৰ দৰেই কাম কৰি যায়, এটা মুহূৰ্তও জিৰণি নাই; তথাপিও যেন শক্তিৰ শেষ নহয়।

অৱশেষত এটা সময়ত নদীখনৰ পাৰ পাই কিকুচিয়ে বীতাক ডোংগাখনত নমাই দি নিজেও উঠিল। সবল হাত দুখনেৰে অতি ক্ষিপ্ৰতাৰে বঠা চলোৱাৰ লগে লগে ডোংগাখন পুনৰ উজাই আগবাঢ়িল। বীতাৰ অঠ কণ্ঠ শুকাই গৈছিল। দুহাতেৰে নৈৰ পৰা পানী লৈ হেপাহ পলুৱাই পিবলৈ ধৰিলে। হঠাৎ কিকুচিয়ে হাঁহি উঠিল। তাৰ হাঁহিৰ টুকুৰাবোৰ চাৰিওকালে প্ৰতিধ্বনিত হ'ল। বীতাই অবাক দৃষ্টিৰে তালৈ চালে। অনেক সময় ধৰি সি হাঁহিয়েই থাকিল।

: পাগলটো ক'ৰবাৰ!—বীতাই উচ্চাৰণ কৰিলে।

ৰাতিপুৱাবলৈ তেতিয়া আৰু বেছি সময় নাই। পূবৰ নীল আকাশৰ দিগ-বলয়ত সামান্য গোলাপী আভা ফুটি উঠিছে। এখন নদীৰ ওপৰত এখন চলন্ত ডোংগাত এহাল অৰ্দ্ধনগ্ন যুবক যুৱতী। কোনোবা সুনিপুণ শিল্পীৰ যেন এক নিখুঁট চিত্ৰ শিল্প। পূবৰ আকাশ ক্ৰমাৎ বেছি ৰক্তিম হৈ পৰিল। বীতাই ভাবে প্ৰকৃতিয়ে লাজ পাইছে সিহঁতক দেখি। লাজতে যেন প্ৰকৃতিৰ মুখ বেছি ৰক্তিম হৈ পৰিছে! অজানিতে ভাবেই বীতাই দুহাতেৰে নিজৰ বক্ষযুগল ঢাকিবলৈ চেষ্টা কৰে। কিবা এক শান্তিৰ পৰিতৃপ্তি আহে মনলৈ। আলসাৰ আবেশ আহে। ডোংগাখনতে শ্ৰান্ত দেহাটো এৰি দিয়ে বীতাই।

হঠাৎ ডোংগাখন পাৰত লগাৰ লগে লগে বীতা থকমককৈ সাৰ পাই গ'ল। কিকুচিয়ে হাঁহি দিলে। বীতা উঠিবলৈ নৌ পাওঁতেই কিকুচিয়ে বীতাক কান্ধত বীতাক কান্ধত তুলি ল'লে। বীতাই আপত্তি নকৰিলে।

কিকুচি আগবাঢ়িল গুহা অভিমুখে। বীতাৰ মনটো কৰুণাৰে ভৰি পৰিল। এনে এজন নিৰ্ভৰযোগ্য সৎ সংগী এই জগতত বোধহয় দ্বিতীয় এজন নাই। সি বৰ্বৰ, অসভ্য হ'লেও দয়া, মায়া, প্ৰেম তাৰ অন্তৰতো আছে। বীতাই কিকুচিক ভাল নাপায়, পুতৌহে কৰে—এই কথাতো সি নাজানে। সি জানে যে তাৰ প্ৰথম প্ৰেমৰ উপহাৰৰ ফলটো বীতাই গ্ৰহণ কৰিছে; এতেকে তাৰ হৃদয়ত বীতাই স্থান পাইছে। কপটতা কৃত্ৰিমতা এইবোৰতো সি বুজি নাপায়। সভ্য জগতৰ মানুহ-বোৰ যে কপটতা কৃত্ৰিমতা নহ'লে চলিব নোৱাৰে এই কথা সি কেনেকৈ বুজিব?

কথাবোৰ ভবাৰ লগে লগে বীতাৰ নিজকে দোষী যেন লাগিল। তথাপিও সকলোবোৰ জানিও বা বুজিও বীতাই কিকুচিক ভাল পাব নোৱাৰে, পুতৌহে কৰিব পাৰে। যদি দুৰ্ভাগ্যবশতঃ বীতা কিকুচিৰ পত্নী হলবলগীয়া হয় তথাপিও কিকুচিক ভাল পাব নোৱাৰিব বীতাই। সদায় পুতৌৰ পাত্ৰ হৈয়ে থাকিব কিকুচিয়ে।

গুহাটোৰ সমুখত বীতাক কান্ধৰপৰা নমাই দি কিকুচিয়ে এটা হাঁহি মাৰিলে। বীতাই সেই ঠাইতে বহি এটা স্বস্তিৰ নিশ্বাস এৰিলে। কিকুচিয়ে হাতৰ ধনু আৰু যাঠাঁডাল শিল এটাতে আওঁজাই থৈ গুহাটোৰ ভিতৰলৈ সোমাই গ'ল। ক্ষন্তেক পিছতে আগদিনা আনি থোৱা ফল কেইটামানৰ সৈতে কল এথোকা লৈ ওলাই আহিল। বীতাই কিকুচিলৈ চালে। কিকুচিয়ে ফলবোৰ বীতাৰ সমুখত থৈ খাবলৈ ইংগিত কৰিলে। বীতাই ফল এটা হাতত তুলি ল'লে।

: চুলামী।—বীতাই উচ্চাৰণ কৰিলে।

কিকুচিয়ে প্ৰশ্নবোধক দৃষ্টিৰে বীতালৈ চালে।

বীতাই ইংগিতেৰে চুলামীৰ বিষয়ে প্ৰশ্ন কৰিলে। কিকুচিয়ে কল এটাৰ বাকলি গুচাই বীতাৰ মুখত গুজি দি জোৰেৰে হেঁচি ধৰিলে। বীতাৰ খং উঠিল। খঙতে কিকুচিক জোৰেৰে ঠেলা এটা মাৰি দিলে। কিকুচি মাটিত চিত হৈ পৰি জোৰেৰে হাঁহিবলৈ ধৰিলে।

: বৰ্বৰ জঘণ্য....।—বীতাই খঙতে ভোৰভোৰালে।

কিকুচি উঠি বীতাৰ সমুখত এইবাৰ আঠুকাঢ়ি বহি আকাৰে ইংগিতেৰে বুজাবলৈ চেষ্টা কৰিলে যে এই ঠাইৰ পৰা শীঘ্ৰেই আঁতৰা উচিত। নহ'লে বিপদ আছে। সিহঁতক শাপাতে বিলাকে গোটেই দ্বীপতে তন্ন তন্নকৈ বিচাৰিব। কেনেবাকৈ পালে জীয়াই জীয়াই পুৰি মাৰিব। তদুপৰি সি চুলামীৰ ডিঙি চেপি হত্যা কৰি থৈ আহিছে।

চুলামীক হত্যা কৰাৰ কথা সি বুজোৱাৰ লগে লগে বীতা উচপ খাই উঠিল। চুলামীক হত্যা কৰাৰ ফল কিমান ভয়াবহ হ'ব পাৰে বীতাই মনতে ভাবিলে। চুলামী শাপাতে দলৰ প্ৰধান ককম্বাৰ সন্তান। এইবাৰ শাপাতেবিলাকে কিকুচি আৰু বীতাক পালে ৰক্ষা নাই। হয়তো এক বীভৎস শাস্তিৰ মাজেৰে মৃত্যু বৰণ কৰিব লাগিব।

তেতিয়াও কিকুচিয়ে বীতাক অংগী ভংগীৰে কিবা বুজাই আছিল। বীতাই মন নকৰিলে। এক ভয়ানক চিন্তাই বীতাৰ মন আচ্ছন্ন কৰি পেলালে। তদুপৰি চুলামীক এনেদৰে কিকুচিয়ে হত্যা কৰাত বীতাৰ ভীষণ দুখ লাগিল। চুলামীয়ে কিকুচিক মনে প্ৰাণে ভাল পাইছিল। তাইৰ প্ৰেমত কলুষতা নাছিল। কিকুচিৰ

ৰাহিৰে বোধহয় তাই আন কাৰো কথা চিন্তা কৰিব পৰা নাছিল। কিন্তু ৰীতাৰ উপস্থিতিয়ে তাই জীৱনৰ আঁত ঘূৰালে। সেয়ে তাই ৰীতাক সহজ ভাবে ল'ব পৰা নাছিল। তাইৰ প্ৰেমত প্ৰতিদ্বন্দী বুলিয়েই ভাবিছিল ৰীতাক। অৱশেষত তাই ভালপোৱাৰ মূল্য মৃত্যুৰ দ্বাৰাই দিব লগা হ'ল।

ৰীতা বহাৰ পৰা উঠি ধীৰে ধীৰে তললৈ নামি গ'ল।

: ৰী-তা !—কিকুচিয়ে পিছৰ পৰা চিঞৰি উঠিল।

ৰীতাই উভতি নাচালে।

কিকুচি লৰি গ'ল ৰীতাৰ ওচৰলৈ। আৰু সমুখত থিয় হৈ সি হাত দুখন মেলি দি ইংগিতেৰে সুধিলে যে তাই কলৈ যাব খুজিছে।

: মূৰ্খ। — ৰীতাই খঙতে ক'লে আৰু তাক বুজালে যে তাই নিজৰাত গা ধুই আহিব। এতেকে সি যাব নালাগে। সি যদি যায় তেন্তে তাই গা নোধোৱে।

কিকুচিয়ে নামানিলে। সিও ৰীতাৰ লগত গৈ গা ধুব। ৰীতাই খঙতে তাৰ মুখলৈ মাটি এমুঠি লৈ মাৰি পঠিয়ালে। সি লগে লগে কুজা হৈ যোৱাত মাটি মুঠি তাৰ মুখত নালাগিল। ক্ষন্তেক সি কিবা এটা চিন্তা কৰি গুহাটোলৈ ঘূৰি আহিল আৰু ৰীতা নিজৰাটোৰ ফালে অগ্ৰসৰ হ'ল।



## পাঁচ

কোকা দ্বীপটোলৈ যোৱাৰ কথা কিকুচিয়ে বীতাক বাৰে বাৰে বুজালে। আজিৰ ভিতৰতে গুহাটো এৰা উচিত। কাৰণ শাপাতে দলৰ লোকে সিহঁতক বিচাৰি গোটেইখন চলাথ কৰিছে। এই গুহাটোলৈকো সিহঁতে বিচাৰি আহিব পাৰে। আজি কিকুচিয়ে সিজৰাৰ পাৰলৈ যাওঁতে কেইবাজনো শাপাতে যুবকক অতি সাৱধানেৰে নিঃশব্দে আহি থকা দেখা পাইছিল। কিকুচিয়ে সিহঁতৰ চকুত নপৰাকৈ হঠাৎ আত্মগোপন কৰিলে বুলিহে ৰক্ষা পালে। সমস্ত শাপাতে জাতি চুলামীৰ মৃত্যু আৰু দেৱতাৰ বস্ত্ৰ লৈ পলায়ন কৰাৰ বাবে কিকুচিৰ ওপৰত খঙতে উতলা হৈ আছে। এতিয়া একমাত্ৰ উপায় হৈছে কোকা দ্বীপত গৈ পদাৰ্পণ কৰা; নহ'লে তাৰ বাচিবৰ আৰু উপায় নাই।

কিন্তু কোকা দ্বীপলৈ গ'লে আবাউই দেৱতাৰ আশীৰ্বাদ কেতিয়াও লোৱা নহ'বই। আৰু 'আবাউই'ৰ আশীৰ্বাদ নল'লে মোক কেনেকৈ গ্ৰহণ কৰিবা ?— বীতাই কথাখিনি অংগী ভংগীৰে বুজালে।

কথাখিনি বুজি সি হাঁহিলে। বীতাই তাৰ মুখলৈ প্ৰশ্নবোধক দৃষ্টিৰে চাই ৰ'ল। ক্ষন্তেক সময় সিও নিশ্চল হৈ বহি থাকিল। তাৰ পিছত হঠাৎ সি তাৰ ভাষাতে কিবাকিবি ক'লে। বীতাই একোকে নুবুজিলে। এইবাৰ সি অংগী-ভংগীৰে বুজাবলৈ আৰম্ভ কৰিলে। তাৰ এই দ্বীপটোত থকা এক মুহূৰ্তও ইচ্ছা নাই। ইমানবোৰ শত্ৰুৰ চকুত ধূলি দি থকা অসম্ভৱ। সকলো সময়তেতো গুহাৰ ভিতৰত সোমাই থাকিব নোৱাৰি। আহাৰৰ সন্ধানতে হওক বা আন কিবা কাৰণতে হওক বাহিৰলৈ যাবই লাগিব। শাপাতে জাতিৰ উপৰিও হোবেণা, মুক্কিয়া আদি জাতিবোৰতো আছেই। কোকা দ্বীপলৈ গ'লে এইবোৰ বিপদৰ ভয় নাই। সিহঁত জীয়াই থাকিলে এদিন তাৰ পৰা আহিও 'আবাউই'ৰ আশীৰ্বাদ লৈ যাব পাৰিব। এদিন নহয় এদিন সি আশীৰ্বাদ লৈ যাবই।

: আবাউই'ৰ আশীৰ্বাদ নোলোৱাকৈ মোক গ্ৰহণ কৰিলেনো কি হ'ব ?— বীতাই ইংগিতেৰে তাৰ মন ভাব লগাবলৈ প্ৰশ্ন কৰিলে।

: সৰ্বনাশ !—সি জিভাখন উলিয়াই তিনিবাৰমান মাটিত মূৰটো লগালে।

সিহঁতৰ ওপৰত ভীষণ প্ৰতিশোধ ল'ব। আবাউইৰ কোপ দৃষ্টি পৰিলে সিহঁতৰ আৰু ৰক্ষা নাই। —কথাবোৰ সি বীতাক বুজাবলৈ চেষ্টা কৰিলে।

বীতা এইবাৰ সম্পূৰ্ণ নিশ্চিন্ত হ'ল যে কিকুচি আবাউই'ৰ ওচৰলৈ নোযোৱা পৰ্যন্ত তাইক গ্ৰহণ নকৰে আৰু এই বিষয়ত তাই এতিয়া নিৰ্ভয়ে থাকিব পাৰে। কিকুচি কোকা দ্বীপলৈ যোৱাৰ পিছত আবাউই'ৰ আশীৰ্বাদ ল'বলৈ পুনৰ যে এই দ্বীপলৈ আহিব পাৰিব সেই আশা মিছা। তাৰ মানে বীতাক কোনো কালেই কিকুচিয়ে গ্ৰহণ কৰিব নোৱাৰিব আৰু তাৰ ফল স্বৰূপে বীতা এদিনৰ পিচতে হওক বা পাঁচ বছৰৰ পিছতে হওক সভ্য জগতৰ আইভানৰ ওচৰলৈ ঘূৰি যোৱাৰ সুবিধা পাবই। বীতাই মনে মনে ভগৱানক ধন্যবাদ জনালে।

কিকুচি থিয় হ'ল। হাতৰ যাঠীডাল দূৰৰ গছ এজোপালৈ লক্ষ্য কৰি জোৰেৰে মাৰি পঠিয়ালে। যাঠীডাল গৈ গছজোপাত আঘাত কৰি থোঁচ খাই ৰ'ল। বীতাই যাঠী ডাললৈ চালে। কিকুচিয়ে হাঁহিলে। তাৰ পিছত সি নল ধনুখন বীতাৰ হাতত দি বুজালে যে সি চিকাৰ বিচাৰি যায়। বীতা যেন সাৱধানে থাকে, ভুলতো যেন তলৈ নানামে। সি চিকাৰ পালেই ঘূৰি আহিব। বেছি দূৰলৈ নাযায়। শত্ৰু যদি আহে গুহাৰ ভিতৰলৈ সোমাই লুকাই থাকিব আৰু শত্ৰুৰ চকুত পৰিলে শত্ৰু যদি গুহাত সোমাবলৈ চেষ্টা কৰে তেন্তে তাই যেন নল ধনুৰে আক্ৰমণ কৰে। বাহিৰৰ পৰা গুহাৰ অন্ধকাৰৰ বাবে শত্ৰুৱে তাইক দেখা নাপাব। তাই অনায়াসে শত্ৰুৰ লগত যুঁজিব পাৰিব।

: কিন্তু মই যে এনে ধনুৰ ব্যৱহাৰ নাজানো!—বীতাই তাক বুজালে।

সি ধনুখন হাতত লৈ কেনেকৈ ব্যৱহাৰ কৰিব লাগে দেখুৱালে। মুখৰ ওচৰলৈ নি সজোৰে দুবাৰমান ফুঁ দি দেখুৱালে। বীতাই এইবাৰ তাৰপৰা ধনুখনলৈ তায়ো এবাৰ সজোৰে ফুঁ দিলে। বেঙীৰ দৰে কাঁড়বোৰ সোঁ সোঁৱাই ওলাই গৈ কাঁতৰত পৰিল। কিকুচিয়ে আনন্দতে হাত চাপৰি বজাবলৈ ধৰিলে। কিকুচিৰ আনন্দ দেখি বীতাই হাঁহিলে।

যাঠীডাল গছৰ পৰা এক্ৰাই কিকুচি আঁতৰ হ'ল। বীতাই হাতত ধনুখন লৈ গুহাৰ ভিতৰলৈ সোমাই গৈ তাতে অলপ সময় বহি কন্তেক কিবা চিন্তা কৰিলে। গুহাটোৰ ভিতৰফালে দহবাৰ হাত মান দীঘল। মুখৰ ওপৰৰ এচলীয়া শিলটো বিফালে নামি গৈছে—সেই ফালে পোন হৈ বহিব নোৱাৰি। দুকাষে থি শিলবোৰ বেৰৰ দৰে আছে, তাৰ মাজে মাজে থকা ফাঁকবোৰ বীতাই সৰু সৰু শিল গুজি সেইবোৰ যথাসম্ভৱ বন্ধ কৰিছে। মাখোন সমুখৰ দুৱাৰত ফাঁক কণেই

আছে। সেই পথেৰেই পোহৰ আৰু বতাহৰ গতিবিধি। মজিয়াৰ ক'ৰবাত শিল আৰু কৰবাত মাটি যদিও বেছি অসমান নহয়।

ৰীতা বেছি সময় গুহাটোৰ ভিতৰত সোমাই নাথাকিল। অলপ সময়ৰ পিছতে হাতত কেইটামান ফল লৈ ওলাই আহি এটা শিলৰ ওপৰত বহি একান্ত মনে এটাৰ পিছত এটাকৈ ফলবোৰ খাবলৈ ধৰিলে। শেষ ফলটোৰ আধাখিনি খাই আধাখিনি তললৈ দলিয়াই দি শিলটোৰ ওপৰত থিয় হৈ এবাৰ চাৰিও ফালে চালে। তাৰ পিছত দেহৰ ককালত লজ্জা নিবাৰণৰ বাবে বান্ধি ৰখা গছৰ বাকলিৰ বগনবোৰ শিলটোৰ পৰা তললৈ দলিয়াই দি ৰীতা শিলটোৰ ওপৰতে ওপৰলৈ মুখ কৰি শুই পৰিল। কিকুচি নথকা সময়খিনি ৰীতা প্ৰায় সম্পূৰ্ণ নগ্ন হৈ থাকে। পৃথিৱীৰ মানুহৰ দেহত কাপোৰৰ আৱশ্যক হয় নিশ্চয় আনৰ বাবেই। নগ্ন হৈ থাকিলে নিজৰ কাৰো লাজ নালাগে, আনে দেখিলেহে লাজ। য'ত মানুহেই নাই, য'ত লাজ বোলা শব্দই নাই, তাত লজ্জা নিবাৰণৰ কাৰণে কাপোৰবো আৱশ্যক নাই। জাৰ জহৰ পৰা দেহক ৰক্ষা কৰিবলৈহে বস্ত্ৰৰ প্ৰয়োজন হয়।

চকু দুটা মুদি দিয়াৰ লগে লগে ৰীতাৰ সমস্ত পুৰণি স্মৃতি মুহূৰ্তৰ ভিতৰতে ফ্লাচ বাল্বৰ দৰে বুকুৰ ভিতৰত জ্বলি উঠিল। আকৌ আইভান সেই ঘৰনৰ নিজৰ ঘৰখন—ভাই-ভনী, পিতৃ-মাতৃ—সেই সভ্য জগতখন! অজানিতে ৰীতাৰ দুচকু লোতকেৰে ভৰি পৰিল। টুকুৰা টুকুৰা ফেচ বেকবোৰে ইতিমধ্যে ৰীতাৰ চকুৰ সমুখত লুকাচুৰি খেলা আৰম্ভ কৰি দিছে। সোঁহাতখন চকুৰ আগলৈ আনি ৰীতাই অনামিকা আঙুলিত থকা বহুমূলীয়া পাথৰ লগোৱা সোণৰ আঙঠিটো চালে। আইভানে পিন্ধাইছিল এদিন। সজীৱ হৈ আছে আইভানৰ স্মৃতি ৰীতাৰ মনত—সজীৱ হৈ থাকিব চিৰকাল। যদি এই দ্বীপটোৰ পৰা উদ্ধাৰৰ আশাও নাথাকে, চিৰকাল যদি ইয়াতে বন্দী হৈ থাকিব লাগে তথাপি ৰীতাৰ মনত আইভান সজীৱ হৈ থাকিব। কিন্তু ভগৱান ইমান নিৰ্দয় নহয়। ৰীতাই এদিন এই দ্বীপৰ পৰা মুক্তি পাবই আৰু ৰীতা এদিন আইভানৰ ওচৰলৈ ঘূৰি যাবই। এই দ্বীপত যদি আইভানো থাকিলহেঁতেন! অকল ৰীতা আৰু আইভান, আৰু এই বিশাল দ্বীপটো! আহ্ সেয়া কি সুখৰ হ'লহেঁতেন! স্বৰ্গতকৈও সুখৰ। কিন্তু কল্পনা সদায়েই কল্পনা।

হঠাৎ স্তব্ধতা ভাঙিল ৰীতাৰ, কিহবাৰ খচমচনিত। একেজাপে শিলটোৰ পৰা নামি ৰীতাই চাৰিওফালে সন্ধানী দৃষ্টিৰে চালে। ক'তো একো চকুত নপৰিল। গছৰ বাকলিৰে তৈয়াৰ কৰা আৱৰণখন ৰীতাই পুনৰ ককালত মেৰিয়াই ল'লে। বহু সময় একে ঠাইতে থিয় হৈ থাকি দ্বিতীয়বাৰ তেনে ধৰণৰ কোনো শব্দ কাণত নপৰাত ৰীতা নিশ্চিন্ত হ'ল। নিজবাটোলৈ গৈ এবাৰ গা ধুই অহাৰ

কথা ভাবিলে। তাৰ বাহিৰেতো দ্বিতীয় কিবা কাম কৰিবলৈ বীণটোত একো নাই। এনেয়ে শুই বহি থাকিলে দুঃচিন্তাই মন আচ্ছন্ন কৰি দিয়ে। নিজৰাটোত সাতুৰি নাদুৰি গা ধুবলৈ বীতাৰ খুব ভাল লাগে। মুকলি মুৰীয়া হৈ স্রোতস্বিনীৰ উচ্ছলিত কলোচ্ছ্বাসৰ মাজত যেন পৰিপূৰ্ণ তৃপ্তিৰ প্ৰসন্নতা আছে।

বীতা ধীৰে ধীৰে নিজৰাটোৰ ফালে আগবাঢ়ি গ'ল। সিৰিবিৰি ঠাইৰ উচ্ছল জলধাৰাৰ মাজত সাতুৰি নাদুৰি গা ধোৱাৰ অন্য এক মাদকতা আছে। এক বুজাব নোৱৰা মাদকতা। বহু সময় ধৰি গা ধুলে বীতাই। সাতুৰি নাদুৰি এনেদৰে গা ধুই খুব ভাগৰ লাগিল। অৱশেষত নিজৰাৰ প্ৰায় মাজতে থকা এটা শিলৰ ওপৰত বীতাই হাত ভৰি মেলি শুই পৰিল। শিলটোৰ ওপৰেদি নিজৰাৰ এটা ধাৰ চিপচিপকৈ বৈ আছিল। সেই সোঁতৰ লগে লগে বীতাৰ বুকুৰ সোণালী চুলিবোৰে নৌ খেলি খেলি নাচিছিল। যেন এগৰাকী জলপৰীয়ে শীতল শিলৰ ওপৰত শুই ৰ'দহে পুৱাইছে।

সূৰ্যৰ প্ৰখৰতা ক্ৰমাৎ বাঢ়ি আহিল। ঘন নীলা আকাশখনত দুপৰৰ সূৰ্যটো যেন প্ৰচণ্ড আক্ৰোশত জ্বলিছে। বতাহো বৈছে প্ৰচণ্ড বেগেৰে। বীতা উঠি শিলটোৰ ওপৰত বহিল। ভৰি দুখন শিলটোৰ পৰা ওলোমাই ৰাখি নিজৰাৰ পানীত ধীৰে ধীৰে আঘাত কৰিলে।

বীতাৰ ভোক লাগিছিল। দুটামান ফল খাই পেটটো ভৰাবলৈ বীতা নিজৰাৰ পৰা উঠি আহিল। হঠাৎ কৰবাৰ পৰা এডাল যাঠী উৰি অহাৰ দৰে আহি বীতাৰ ভৰিৰ ওচৰতে খোঁচ খাই ৰ'ল। বীতা উচপ খাই উঠিল। আৰু এখোজ আগবাঢ়ি যোৱাহেঁতেন সেই যাঠীডালে বীতাৰ বুকুৱে পিঠিয়ে শালি পেলালেহেঁতেন। মুৰ তুলি সমুখলৈ চোৱাৰ লগে লগে বীতাৰ বুকু ভয়ত কঁপি উঠিল। কিছু আঁতৰতে থিয় হৈ আছে বিবিধ ৰঙেৰে সমস্ত শৰীৰ আঁকি বাকি বীভৎস কৰি তোলা কেইজনমান শাপাতে যোদ্ধা। বীতাই আতংকত চিঞৰি উঠিল। সেই সুগভীৰ চিঞৰত সমস্ত অঞ্চল কঁপি উঠিল।

শাপাতে যোদ্ধা কেইজনে আহি বীতাক ধৰি হাতে ভৰিয়ে গছৰ লতাৰে বান্ধি পেলালে। বীতাই বুজিলে যে এইবাৰ তাইৰ নিস্তাৰ নাই। ভাগ্যৰ বলত দুবাৰ পলাই আহিলেও এই তৃতীয়বাৰ সেই সুবিধা সিহঁতে নিদিব। শাপাতেৰ হাতৰ পৰা উদ্ধাৰ কৰি আনিবলৈ এইবাৰ কিকুচিৰো উপায় নাই। কিকুচিক পালেতো সিহঁতে জীয়াই জীয়াই পুৰি মাৰিব। কাৰণ শাপাতে দলৰ প্ৰধান ককম্বাৰ সন্তান চুলামীক কিকুচিয়ে হত্যা কৰিছে। কিকুচি যদি ইতিমধ্যে ধৰাও পৰিছে বীতাই নাজানে।

বীতাক সিহঁতে সেই ঠাইৰ পৰা উঠাই গন্তব্য স্থানৰ ফালে খৰধৰকৈ অগ্ৰসৰ

হ'ল। সৰ্বমুঠ পাঁচজন শাপাতে আছিল। দুজনে ৰীতাক কান্ধত উঠাই কঢ়িয়াই নিছিল। এজন শাপাতে সকলোৰে আগত গৈছিল। আৰু দলটোৰ শেষতো দুজন আছিল। প্ৰথমজন বোধহয় দলটোৰ নেতা আছিল। তাৰ মূৰৰ চৰাই পাখিৰে তৈয়াৰী মুকুটটো আন কেইজনতকৈ ডাঙৰ আছিল। আৰু হাত দুখনতো কিবা বৃহৎ পশীৰ দুখন ডেউকা বান্ধি লৈছিল। তাৰ এহাতত এডাল প্ৰকাণ্ড যাঠী আৰু আনহাতত এখন কুঠাৰ। আন কেইজনৰ হাততো একোডালকৈ যাঠী আছিল। পিছত থকা এজনৰ হাতত এখন ফু দিয়া ধনুও আছিল।

নদীৰ পাৰে পাৰে আটাইকেইজন প্ৰায় লৰি যোৱাৰ দৰে আগুৱাই যাবলৈ ধৰিলে। সিহঁতৰ প্ৰতিটো পদক্ষেপত ৰীতাৰ দেহাটো কঁপি উঠিছিল ভয়ানক ভাবে। হঠাৎ পিছত থকা এজন শাপাতে চিৎকাৰ কৰি খিতাতে বাগৰি পৰিল। ঘটনাটো কি তকিবলৈ নৌ পাওঁতেই দ্বিতীয়টোও বাগৰি পৰিল। দুয়োটাকে বুকুৰে পিঠিয়ে শালি পেলাইছে দুডাল সুতীক্ষ্ণ যাঠীয়ে। ৰীতাক কঢ়িয়াই অনা দুটাই ৰীতাক নদীৰ পাৰতে পেলাই দি সমুখৰ ফালে লৰিবলৈ ধৰিলে। আগে আগে গৈ থকা শাপাতে যোদ্ধা জন কিন্তু নৰসাল। তীক্ষ্ণ দৃষ্টি নিক্ষেপ কৰি ঘূৰি ঘূৰি সি চাৰিওফালে আক্ৰমণকাৰীক বিচাৰিবলৈ ধৰিলে।

: অবিচাতো নিয়াকা। —যোদ্ধাজনে ক্ৰুদ্ধ কণ্ঠেৰে চিঞৰি উঠিল আৰু হাতৰ যাঠীডাল অনুমানতে এফালে টোঁৱাই ৰ'ল।

: পাৰিজাচি চিচাকাহ। —গছ এজোপাৰ ডালৰ পৰা কিকুচি ওলাই আহিল। তাৰ চকুৰেদি যেন জুইহে বৰষিছে। হাতত ৰৌতিয়া তাৰ কোনো অস্ত্ৰ নাই। ক্ৰোধত সি সাপৰ দৰে ফোঁচফোঁচাবলৈ ধৰিলে।

: ইউহি চিন্‌নহ। —খঙতে শাপাতে যোদ্ধা জনে হাতত থকা যাঠীডাল চকুৰ পচাৰতে কিকুচিৰ ফালে মাৰি পঠিয়ালে।

কিকুচিয়ে বিজুলীতকৈও দ্ৰুত গতিৰে সেই ঠাইৰ পৰা লৰি আহিল শাপাতে যোদ্ধাজনৰ ফালে। সচৰাচৰ শাপাতে যোদ্ধাবোৰে যেতিয়া কাৰোবাক আক্ৰমণ কৰিবলৈ হাতৰ যাঠী দলিয়াই, কথিত আছে সেই যাঠী হেনো বুলেটতকৈও তীব্ৰ বেগেৰে গৈ শত্ৰুক আঘাত কৰে। শাপাতেৰ যোদ্ধাৰ হাতৰ পৰা যাঠী এবাৰ অহাৰ অৰ্থ মৃত্যুৰ বাহিৰে আন একো হ'ব নোৱাৰে। কিন্তু কিকুচি যেন তাতকৈও ক্ষিপ্ৰ। যাঠীডালে গৈ কিকুচিৰ পিছফালে থকা গছজোপা। আঘাত কৰাৰ আগতেই শাপাতে যোদ্ধাজনৰ পেটত এটা প্ৰচণ্ড গোৰ মাৰিলে কিকুচিৰ এটা গোৰতে সি বালিৰ ওপৰত বাগৰি পৰিল। কিকুচিয়ে লগে লগে তাৰ হাতৰ পৰা কুঠাৰখন একে আজোৰে কাঢ়ি লৈ শাপাতে যোদ্ধাজনৰ ডিঙিত

প্ৰচণ্ডজোৰেৰে আঘাত কৰিলে। সেই আঘাততে শৰীৰৰ পৰা মূৰটো ছিটিকি গৈ দূৰত পৰিল। ফিচকাৰি মৰাদি দেহৰ পৰা তেজ ওলাই গৈ তাৰ গালে মুখে পৰিল। সেই দৃশ্য দেখি বীতাৰ অজ্ঞান হোৱাৰ উপক্ৰম হ'ল।

ইয়াৰ পিছত কিকুচিয়ে পলাই যোৱা দুজনক লক্ষ্য কৰি খেদি গ'ল। ইতিমধ্যে দুয়োজন অনেক দূৰ আগবাঢ়ি গৈছিল। কিকুচিয়ে খেদি যোৱা দেখি দুয়ো বৈ গ'ল আৰু কিকুচিৰ ফালে ঘূৰি যাঠী দুডাল ওপৰলৈ তুলি আক্ৰমণৰ ভংগীত ৰ'ল। কিকুচি গৈ ওচৰ পোৱাৰ লগে লগে দুয়ো একেলগে হাতৰ যাঠী দুডাল কিকুচিলৈ নিক্ষেপ কৰিলে। কিকুচি হঠাৎ থমকি বৈ এটা বাগি দিলে। কিছু আঁতৰত গৈ সেই দুডাল খোঁচ খাই ৰ'ল।

মুহূৰ্তৰ ভিতৰতে কিকুচি সিহঁতৰ কাষ চাপি হাতৰ কুঠাৰখনেৰে আক্ৰমণ কৰিবলৈ চেষ্টা কৰিলে। শাপাতে যোদ্ধা দুজনে একেলগে কিকুচিৰ ওপৰত জপিয়াই পৰিল। কিন্তু কিকুচিৰ কুঠাৰৰ প্ৰচণ্ড আঘাতত এজনৰ মূৰৰ এফাল এৰাই গ'ল। আনজনো বেছি সময় তিষ্ঠি থাকিব নোৱাৰিলে।

বীতাই দূৰৰ পৰাই সকলো লক্ষ্য কৰি আছিল। আচৰিত হ'ল কিকুচিৰ প্ৰত্যুৎপন্নমতি, ক্ষিপ্ৰতা, সাহস আৰু শক্তি দেখি। কিকুচিয়ে অকলে ছয়-সাতজন বলিষ্ঠ শত্ৰুৰ লগত অনায়াসে যুঁজিব পাৰে। দেহত কি অফুৰন্ত শক্তি! সেই কাৰণেই শাপাতে দলৰ প্ৰধান কৰন্দাই নিজৰ জীয়েক চুনামীক কিকুচিলৈ বিয়া দিবলৈ মন কৰিছিল। কাৰণ কিকুচিয়েই শাপাতে দলৰ ভৱিষ্যতৰ কৰ্ণধাৰ।

কিকুচি নবালৰিকৈ বীতাৰ ওচৰলৈ ঘূৰি আহি বীতাৰ হাত ভৰিৰ বান্ধ-বোৰ তৎক্ষণাত খুলি দিলে। বীতা থিয় হৈ কাষতে পৰি থকা শাপাতে যোদ্ধাৰ মৃত দেহ কেইটালৈ চালে। তাৰ পিছত অবাক দৃষ্টিৰে কিকুচিৰ দেহ-টোলৈ চাই ৰ'ল।

: ইতুহা আনিগাহা। —কিকুচিয়ে বীতাক কিবা বুজাবলৈ চেষ্টা কৰিলে।

বীতাই বুজিলে যে কিকুচিৰ মতে এতিয়া সেই ঠাই নিৰাপদ নহয়। যি কোনো মুহূৰ্ততে শত্ৰু আহি সিহঁতক আক্ৰমণ কৰিব পাৰে। এতেকে সেই ঠাইৰ পৰা যিমান শীঘ্ৰে পাৰি আঁতৰা উচিত।

বীতাই ভাবিবলৈ সময়েই নাপালে, কিকুচিয়ে বীতাৰ সোঁহাতখনত ধৰি টানি টানি গুহাটোৰ ফালে লৰিবলৈ ধৰিলে। বীতাই দৌৰিব পাৰিছেনে নাই সেইবোৰলৈ কিকুচিৰ ভ্ৰূক্ষেপ নাই; বাগোন দৌৰিছে আৰু দৌৰিছে। কিকুচিয়ে প্ৰায় চোঁচোৰাই নিয়াৰ দৰে টানি নিছিল বীতাক।

গুহাটোৰ ওচৰত বীতাক এৰি দি কিকুচি নামি গৈ গুহাৰ ভিতৰ সোমাল; আৰু ভিতৰৰ পৰা কাঁড় দিয়া ধনুখন আৰু যাঠী এপাত উলিয়াই আনি বীতাৰ

হাতত দিলে। ৰীতাৰ যথেষ্ট ভয় লাগিছিল, ভাগৰো লাগিছিল ভীষণ। বুকুৰ ভিতৰত যেন এটা সৰু জেনেৰেটৰহে চলিছে।

কিকুচিয়ে পুনৰ বুজালে ৰীতাক, এতিয়াই যদি কোকা উপত্যকালৈ নাযায় তেন্তে সিহঁতৰ ৰক্ষা নাই। হয়তো সদলবলে অলপ পিছতে সিহঁতক বিচাৰি শাপাতে বোৰ আহি এইখিনি পাবহি। শাপাতেবোৰে সিহঁতক যদি বিচাৰি পায়, তেন্তে আৰু ৰক্ষা নাই। জীয়াই জীয়াই সিহঁতৰ মাংস একুৰাই খাব।

কিকুচিৰ কথা ভাবি ৰীতাৰ বৰ দুখ লাগিল। তাইৰ কাৰণে তাৰ আজি এই অৱস্থা। তাইক জীৱন সংগিনী কৰি লোৱাৰ আশাতে সি জ্ঞাতি বন্ধু এৰিছে, সমাজ এৰিছে, জন্মভূমি এৰিছে আৰু নিজে নিজে নিজৰ বিপদৰ সৃষ্টি কৰি তাত মূৰ সুমুৱাইছে।

কিকুচিয়ে পুনৰ কিবা ক'লে। ৰীতাই পেটটো দেখুৱাই বুজালে যে ভোকত তাইৰ প্ৰাণ যাওঁ যাওঁ অৱস্থা। এখোজো লৰচৰ কৰাৰ শক্তি এতিয়া নাই। কিকুচি পুনৰ গুহাৰ ভিতৰ সোমাল। ক্ষন্তেক পিছতে কেইটামান ফল আনি ৰীতাক খাবলৈ দিলে। এটা নাৰিকলো ভাঙিতাৰ পানী ৰীতাক খুৱালে।

ফল আৰু নাৰিকলৰ পানী খাই ৰীতা যথেষ্ট সুস্থ হ'ল। হাতৰ পৰা নাৰিকলৰ খোলাটো দূৰলৈ দলিয়াই দি ৰীতাই এটা দীঘল হুমুনিয়াহ এৰিলে। কিকুচিয়ে পুনৰ গুহাৰ ভিতৰলৈ গৈ ৰীতাৰ কাপোৰবোৰ আৰু ৰীতাই তৈয়াৰ কৰি থোৱা গছৰ বাকলিৰ টুপী দুটা উলিয়াই আনিলে। ৰীতাই কিকুচিৰ কামবোৰ লক্ষ্য কৰি গ'ল। কিকুচিয়ে টুপী এটা আনি ৰীতাৰ মূৰত পিন্ধাই দি হাঁহিলে। তাৰ পিছত নিজেও আনটো পিন্ধি ল'লে।

আকাশত ইতিমধ্যে প্ৰচুৰ মেঘ জমা হৈছে। আকাশৰ ফালে চাই ৰীতা আচৰিত হ'ল। অলপ আগতে সম্পূৰ্ণ ফৰকাল আছিল সমস্ত আকাশ। ক'তো ডাৱৰৰ লেশ মাত্ৰও নাছিল। কিন্তু হঠাৎ ক'ৰপৰা আহিল মেঘবোৰ। এই দ্বীপৰ ঋতুৰ সম্পৰ্কে ৰীতাৰ জ্ঞান নাই।

কিকুচিয়ে আকাশলৈ চাই হঠাৎ যেন নিৰুৎসাহ আৰু বিষণ্ণ হৈ পৰিল।

প্ৰচণ্ড শব্দ কৰি মেঘে কেইবাবাৰো গৰজি উঠিল। সেই গৰ্জনৰ লগত গোটেই দ্বীপটোৱে যেন কঁপি উঠিল। কিকুচিয়ে আৰু সময় নষ্ট নকৰিলে। ৰীতাৰ হাত এখনত ধৰি তলৰ ফালে দেখুৱাই উচ্চাৰণ কৰিলে, : হো চুম্বা।

ৰীতাই বুজিলে যে কিকুচিয়ে নদীৰ ফালে যোৱাৰ কথা কৈছে। হোচুম্বাতে নিশ্চয় কিকুচিৰ ডোংগা সাজু হৈ আছে। তাতে উঠি দুয়ো ভটিয়াই সাগৰ অভিমুখে আগবাঢ়িব। এই নাভাবো দ্বীপ ত্যাগ কৰি দুয়ো গৈ কোকা দ্বীপত পদাৰ্পণ কৰিব। যাহক, কোকা দ্বীপ এই দ্বীপতকৈ শতগুণে নিৰাপদ। তাত

হিংস্র বা অহিংস্র কোনো আদিবাসী নাই। ইচ্ছা কৰিলেই দ্বীপটোত মুক্তমনে ঘূৰিব পাৰিব। হয়তো কেতিয়াবা সেই দ্বীপৰ কাষেদি সভ্যজগতৰ কোনো সভ্য জাতিৰ জাহাজ পাৰ হৈ যাব। তেতিয়া সিহঁতে ৰীতাক দেখিলে নিশ্চয় উদ্ধাৰ কৰিব পাৰিব। নাইবা কোনোবা এদিন সেই দ্বীপৰ ওপৰেদি কোনোবা দেশৰ প্লেন বা হেলিকপ্টাৰ উৰি যাব আৰু ৰীতাক দেখা পালে উদ্ধাৰ নকৰাকৈ নাথাকে। কিকুচিয়ে ৰীতাক গ্ৰহণ কৰিব নোৱাৰিব। সেই দ্বীপলৈ অহাৰ পিছত সিহঁতৰ দেৱতা আবাউইৰ ওচৰলৈ কিকুচিয়ে আহিবলৈ হয়তো সুযোগেই নাপাব। আৰু সুযোগ নাপালেই সি ৰীতাক গ্ৰহণ কৰিব নোৱাৰিব। কিন্তু কেতিয়াবা যদি কিকুচি অধৈৰ্য হৈ পৰে।? আবাউইৰ আশীৰ্বাদ নোলোৱাকৈ যদি কিকুচিয়ে ৰীতাক গ্ৰহণ কৰিব বিচাৰে? তেতিয়া ৰীতাই কি কৰিব? ৰীতাৰ মনটো দমি গ'ল। চকু দুটা সেমেকি উঠিল। সপোন কেৱল ৰঙীন সপোন — ৰীতাই গোটেই জীৱন ধৰি কেৱল ৰঙীন সপোনকে দেখি আহিছে। সেই সপোন দেখাৰ যেন আজিও শেষ হোৱা নাই।

ইতিমধ্যে কিকুচি আৰু ৰীতা দয়ো গৈ নদীৰ পাৰত উপস্থিত হ'ল। দুই এটোপাল বৰষুণো পৰিবলৈ আৰম্ভ কৰিলে। ৰীতাই হাতৰ বস্তুবোৰ ডোংগাখনত থৈ পুনৰ আকাশলৈ চালে। নিশ্চিদ্ৰ ক'লা মেঘৰ আৱৰণ। মুষলধাৰে বৰষুণ আহিব কন্তেকৰ ভিতৰতে। ৰীতাই কিকুচিলৈ চালে। কিকুচিয়ে ৰীতাক ডোংগাত উঠি বহিবলৈ নিৰ্দেশ দিলে। ৰীতা উঠি বহিল আৰু মূৰৰ চুলিবোৰ কপালৰ পৰা আঁতৰাই বহু দূৰৰ কোনোবা এটা পাহাৰত দৃষ্টি নিবদ্ধ কৰিলে।

কিকুচিয়ে ডোংগাখন নদীৰ মাজলৈ জোৰেৰে ঠেলি দি পিছ মুহূৰ্ততে জপিয়াই ডোংগাৰ মূৰটোত উঠিল।

: মিয়ায়া কমা চিনে। —ৰীতালৈ চাই কিকুচিয়ে চিঞৰি উঠিল।

অৰ্থাৎ খুব ডাঙৰ বৰষুণ আহিব। ৰীতাই কোনো উত্তৰ নিদিলে। কিকুচিৰ কথাষাৰ বুজি নাপালে। কিকুচিয়ে পুনৰ তাৰ ভাষাতে ক'লে যে আবা-উইৰ বোধহয় খং উঠিছে; সেই কাৰণেহে এনেদৰে বৰষুণ আহিছে।

ৰীতা এইবাৰো নীৰৱ হৈ বহি থাকিল।

ভটিয়নী পানীত সোঁ-সোঁৱাই ডোংগাখন আগ বাঢ়িল। তাতে প্ৰচণ্ড বতাহো অনুকূলে আছিল। ৰীতাই চকু দুটা মুদি ওপৰলৈ মুখ কৰি শুই প'ল। কিকুচিয়ে হাঁহিলে।

বৰষুণ আৰম্ভ হ'ল। প্ৰচণ্ড বৰষুণ। বাৰে বাৰে মেঘে গাজিবলৈ ধৰিলে। মেঘৰ মাজে মাজে বিজুলিয়ে বেলি ঠেলি কন্তেকীয়া বিচিত্ৰ ৰেখা আঁকিবলৈ ধৰিলে। ৰীতাই বৰষুণত ভিজি ভিজি কিকুচিৰ মুখলৈ চালে। তাৰ মুখত

আতংকৰ ছাপ। প্ৰতিটো মেঘৰ গৰ্জনতে সি উচপ খাই উঠে। ৰীতাই মনতে হাঁহিলে। প্ৰকৃতিৰ এই দুৰ্যোগ সি নিশ্চয় আবাউইৰ অভিসম্পাত বুলিয়ে ভাবিছে। যিমান পাৰে সি ডোংগাৰ গতিবেগ বঢ়ালে। তাৰ দেহৰ ঘাম আৰু বৰষুণৰ পানী মিলি একাকাৰ হৈ পৰিছিল।

ডোংগাত জমা হোৱা বৰষুণৰ পানীবোৰ ৰীতাই এনেয়ে হাতেৰে চলুৰে চলুৰে লৈ বাহিৰলৈ পেলালে। বৰষুণত ভিজি ৰীতাৰ বেয়া লগা নাছিল। সমস্ত দেহাটো ভিজি জুৰুলি জুপুৰি হৈ পৰিছিল।

কঙ্কালৰ মেৰিয়াই ৰখা কিকুচিৰ গছৰ ছালৰ বসনডোখৰ ডোংগাৰ বঠা ডালত লাগি খুলি নদীত পৰি উটি গ'ল। কিকুচিৰ সেইবোৰলৈ ভ্ৰূক্ষেপেই নাই। ৰীতাই কিকুচিৰ নগ্ন দেহাটোৰ ফালে চাই নিজৰে লাজ লাজ লাগিল। বাদামী বৰণৰ নগ্ন দেহটোৰ ক'তো সামান্য সুতা এডালো নাই। বঠা মৰাৰ লগে লগে তাৰ মাংসপেশীবোৰ কঁপি উঠিছিল। ৰীতাই মুহূৰ্ততে দৃষ্টি ঘূৰালে আন ফালে।

কিকুচিয়ে তাৰ ভাষাতে আকাশলৈ চাই কিবাকিবি গাইছিল। বোধহয় আবাউই'ক প্ৰাৰ্থনা জনাইছে সম্ভাব্য বিপদৰ পৰা ৰক্ষা কৰিবলৈ। ৰীতাই বিৰক্তি-বোধ কৰিলে।

: পাগল, অসভ্য......। —ৰীতাই মুখৰ ভিতৰতে ভোৰভোৰালে।

## ॥ ছয় ॥

কোকা দ্বীপটোৰ ওচৰ চপাৰ লগে লগে কিকুচিয়ে দাঁত দুপাৰি উলিয়াই বিশ্ৰীভাৱে হাঁহিলে। বীতাই ডোংগাৰ পৰাই অবাক দৃষ্টিৰে দ্বীপটোলৈ চালে। সেউজৰ সীমাহীন সমাৰোহ। নাভাবো দ্বীপটোতকৈও সুন্দৰ। মানুহৰ পদাৰ্পণ হোৱা নাই কাৰণেই হয়তো প্ৰকৃতিৰ সৌন্দৰ্যত আঘাত লগা নাই। নদীয়ে নদীয়ে আগুৱাই আহি কিকুচিৰ ডোংগাখন সাগৰত পৰিল। তাৰ পিছত সাগৰৰ বুকুৰে কিছু দূৰ আগবাঢ়ি গৈ দুয়ো আহি কোকা দ্বীপ পালেহি।

বৰষুণৰ প্ৰাবল্য তেতিয়া অনেক কম যদিও সম্পূৰ্ণ বন্ধ হোৱা নাই। বেলি ডুবিলৈকো বেছি সময় নাই। সমস্ত আকাশ মেঘে ঢাকি থৈছে কাৰণেই অন্ধকাৰ শীঘ্ৰে নামি আহিছে পৃথিৱীৰ বুকুলৈ।

একে লেঠাৰিয়ে অনেক সময় বঠা মাৰি অহাৰ কাৰণে কিকুচিৰ যথেষ্ট ভাগৰ লাগিছিল। কিন্তু সেইবোৰলৈ যেন তাৰ ভ্ৰূক্ষেপেই নাই।

বীতা থিয় হ'ল। ডোংগাৰ পৰাই স্বাভাৱিক কৌতূহলেৰে দ্বীপটোলৈ সভ্যতাৰ উমা নলগা মানুহ আছিল অৰণ্যবাসী আৰু আছিল আকাশৰ দৰেই উদাৰ, বতাহৰ দৰেই স্বাধীন, বিহংগৰ দৰেই কাকলি মুখৰ।

কিকুচিয়ে ইচ্ছা কৰিয়েই সজোৰে ডোংগাখন নি পাৰত খুন্দিয়াই দিলেগৈ। অসাৱধান ভাবে থিয় হৈ থকা বীতা ডোংগাৰ পৰা সাগৰৰ পানীত বাগৰি পৰিল। কিকুচিয়ে সজোৰে হাঁহি উঠিল। বীতাই সাতুৰি সাতুৰি গৈ পাৰত উঠিল আৰু খঙেৰে কিকুচিলৈ চালে। কিকুচিৰ হাঁহি যেন বন্ধেই নহ'ব। বীতাই মুখ ভেঙুচাই মুখৰ ভিতৰতে কিবা ভোৰভোৰালে।

ডোংগাখনৰ পৰা জপিয়াই নামি কিকুচি বীতাৰ ওচৰত আহি থিয় হ'ল। বীতাই মুৰৰ পানীবোৰ হাতেৰে টুকি খঙতে কিকুচিৰ মুখলৈ মাৰিলে। কিকুচিয়ে আগতকৈও জোৰেৰে হাঁহিবলৈ ধৰিলে।

কিকুচিয়ে বীতাৰ কান্ধত থাপ মাৰি ধৰি নিজৰ ওচৰলৈ টানি আনি ইংগিতেৰে বুজালে যে এতিয়া অৰণ্যৰ মাজত সোমোৱা উচিত নহয়। তাতে অন্ধকাৰো হৈ আহিছে। আজি নিশাটো ডোংগাতে কটোৱা যাওক। তাৰ বাহিৰে আন উপায় নাই। অচিনাকি অৰণ্যত নিশা সোমোৱা উচিত নহয়।

ৰীতা ডোংগালৈ উভতি আহিল। কিকুচিয়ে পাৰতে ইফালে সিফালে ঘুৰি পকি চালে। এটা সময়ত সিও আহি ডোংগাত উঠিল। বৰষুণ তেতিয়া প্ৰায় নায়েই।

ধীৰে ধীৰে নিশাৰ নিস্তব্ধতা নামি আহিল। আকাশ পৰিস্কাৰ হৈ পৰিল সম্পূৰ্ণ ভাবে। আকাশত অষ্টমীৰ জোন। শীতল বতাহত ৰীতাই যথেষ্ট শীত অনুভৱ কৰিছিল। তাতে ৪-৫ ঘণ্টাৰ প্ৰবল বৃষ্টি জাক ৰীতাহঁতৰ মূৰৰ ওপৰেদিয়েই পাৰ হৈ গৈছিল। গোটেই দেহাতে কাপোৰ আৰু গছৰ ছালবোৰ মেৰিয়াই লৈ ৰীতাই শুবলৈ চেষ্টা কৰিলে। কিকুচিৰ টোপনি কেতিয়াবাই আহিছিল।

সফেন সমুদ্ৰৰ গৰ্জনশীল ধ্বনি, পাৰৰ শাৰীবদ্ধ নাৰিকলৰ গছৰ পাতবোৰৰ খৰখৰণি শুনি শুনি এটা সময়ত ৰীতাৰ টোপনি গ'ল। নিশ্চিন্ত নিৰ্ভয় টোপনি। দিনটোৰ লৰা-ধপৰা পৰিশ্ৰমে দুয়োৰে চকুলৈ টোপনি শীঘ্ৰে আনি দিছিল।

পিছদিনা সাৰ পোৱাৰ লগে লগে ৰীতা খপজপকৈ ডোংগাখনত উঠি বহিল। তাই পাহৰিয়ে গৈছিল যে নিশাটো তাই ডোংগাখনতে শুই কটালে। ডোংগাখনত তেতিয়া কিকুচি নাছিল। ইফালে সিফালে চায়ো ক'তো কিকুচিক দেখা নাপালে। ৰীতা অলপ আচৰিত হ'ল। সীমাহীন সমুদ্ৰৰ ফালে এবাৰ দৃষ্টি নিক্ষেপ কৰিলে ৰীতাই। সম্পূৰ্ণ শান্ত জলৰাশি। ৰীতাৰ মনত পৰিল সেই ভয়ংকৰ নিশাটোৰ কথা। এই শান্ত সমুদ্ৰই সেইনিশা যে কি ভয়ংকৰ ৰূপ লৈছিল। পৰ্বত সদৃশ ঢৌ আৰু প্ৰবল ধুমুহাই ৰীতাৰ জীৱনত যি দুৰ্ঘটনা ঘটালে, সমস্ত জীৱনৰ সকলো সপোন শেষ কৰি দিলে। কোনে জানে আইভান বাচি আছে নে নাই। কিন্তু ৰীতাৰ দৃঢ় বিশ্বাস যে আইভান বাচি আছে আৰু এদিন নহয় এদিন আইভান আহিবই ৰীতাৰ ওচৰলৈ। আৰু সেই দিনলৈকে ৰীতাই এই প্ৰতিকূল পৰিৱেশৰ মাজতো অপেক্ষা কৰিব ।

এটা দীঘল হুমুনিয়াহ এৰি ৰীতা ডোংগাৰপৰা পাৰলৈ নামিল। সমুখতে খিয় গৰা। দ্বীপটোৰ মাটিবোৰ আলতীয়া। আগ নিশাৰ প্ৰবল বৰষুণৰ ফলত যথেষ্ট পিছল হৈ আছে মাটিবোৰ। গৰাটোত কেইখোজমান উঠি খোপনি ৰাখিব নোৱাৰি ৰীতা পিছলি খেকেচা খাই পৰিল। কোনোমতে গছ এজোপাত খামুচি ধৰাত হে তললৈ চুচৰি নাহাকৈ ৰ'ল। হাত আৰু কৰ্কালত যথেষ্ট দুখ পালে ৰীতাই। বেদনাত কেকাঁই উঠিল।

অতি কষ্টেৰে ওপৰলৈ উঠি গৈ ৰীতাই তপিনা আৰু হাতত লাগি থকা বোকাবোৰ এৰুৱাবলৈ চেষ্টা কৰিলে। কিছু সময় সেই ঠাইতে কিকুচিৰ বাবে অপেক্ষা কৰি ৰীতা পুনৰ অগ্ৰসৰ হ'ল সমুদ্ৰৰ পৰা সমান্তৰালভাৱে।

সাগৰত তেতিয়া ঢৌ সামান্য। পাৰত জমা হোৱা ফেনবোৰত কিছুমান কাউৰীৰ দৰে চৰায়ে ঠোটেৰে খুটিয়াই কিবা বিচাৰিছে। সাগৰৰ ঢৌৱে একোবাৰ

সৰ সৰকৈ ফেনবোৰ পাৰলৈ ঠেলি লৈ আনে আৰু পিছ মুহূর্ততে ফেনবোৰ পুনৰ পানীৰ মাজলৈ টানি লৈ যায়। ৰীতাই সেইবোৰকে চাই চাই আগুৱাই গৈ থাকিল।

দ্বীপটোৰ গছ গছনি বোৰ অচিনাকি। পৃথিবীৰ আন ঠাইৰ গছৰ লগত নিমিলে। এক মাত্র নাৰিকল গছৰ বাহিৰে ৰীতাই কোনো গছেই চিনি নাপালে। ওখ-চাপৰ সকলো ধৰণৰ গছেই আছে। অলপ আঁতৰৰ নাভাবো দ্বীপৰ গছৰ লগতো ইয়াৰ মিল নাই। এই দ্বীপটোলৈ অসভ্য সাভিবোৰ আহিবলৈ কিয় সাহ নকৰে তাকে ভাবি ৰীতা আচৰিত হ'ল। নিশ্চয় ইয়াত কিবা ৰহস্য আছে, যিটো কাৰণত হোৰেণা বা শাপাত্তে বোৰে ইয়াত পদার্পণ কৰিবলৈ সাহস কৰা নাই। কিন্তু কিকুচিৰ মতে সি অকলে কৌতুহলবশতঃ এই দ্বীপত কেইবা-বাৰো পদার্পণ কৰিছে। সি ইয়াত একো পোৱা নাই। তাৰ মতে এই দ্বীপত কোনো দগা দৈত্য নাই। এই কথা সি অৱশ্যে কাকো কোৱা নাই। তাৰ কথা সঁচা হ'লেও সি জাতিৰ ৰীতিবিৰুদ্ধে কাম কৰিছে। শাপাত্তে জ্ঞাতিৰ ৰীতিবিৰুদ্ধ কাম কৰা মানেই শাস্তি মৃত্যু।

ৰীতাৰ চকুৰ আগেদিয়েই শগুণৰ দৰে কেইটামান প্রকাণ্ড চৰাই একেলগে সোঁ সোঁ শব্দৰে উৰি গ'ল। ৰীতাই অবাক হৈ চালে শগুণ কেইটালৈ। ঠিক আমাজনৰ শগুণৰ দৰে। অৰণ্যৰ মাজত কৰবাত দেখা হ'ল চৰাই কেইটা।

হাত মুখবোৰ ভালদৰে ধুই পেলাবলৈ ৰীতাই নিজৰাৰ সন্ধানত আৰু কেইট-বোজনান আগুৱাই যাবলৈ ইচ্ছা কৰি খোজ আগবঢ়ালে। দ্বীপটোৰ মাটিবোৰ যথেষ্ট কোমল। আগদিনাৰ বৰষুণে তেনেই বোকাকময় কৰি পেলাইছে। ৰীতাই যথেষ্ট অসুবিধা পাইছিল খোজ কাঢ়ি যোৱাত। কেইবাবাৰো পিচলি পৰিছিল।

অনেক দূৰ গৈও কোনো নিজৰাৰ সন্ধান নাপাই ৰীতা হতাশ হ'ল। ভাগৰাগিন যথেষ্ট। শোৱাৰ পৰা উঠিয়েই একো এটা নোখোৱাকৈ অনেক দূৰ আগুৱাই আহিল। কিকুচিবো দেখাদেখি নাই। বোধহয় ফল আৰু পানীৰ সন্ধানত কেনিবা গৈছে। ৰীতাই এইবাৰ দিশ পৰিবর্তন কৰি দ্বীপটোৰ অভ্যন্তৰলৈ আগ বাঢ়িল।

হঠাৎ ৰীতাই এটা চেৎকাৰ আর্তনাদ কৰি দুখোজ পিছুৱাই আহিল। দুটি এজোপা গছৰ শুৰিত নিবদ্ধ। সর্বাংগ নোমেৰে ঢকা বীভৎস আকৃতিৰ এটা প্রাণী গছ জোপাৰ গুৰিতে বৈ আছে। প্রাণীটো এখন বালৰ সমান ডাঙৰ। হঠাৎ প্রাণীটোৱে দীঘল দীঘল জাপ মাৰি সেই ঠাইৰ পৰা আঁতৰি গৈ ঘন অৰণ্যৰ মাজত সোমাল।

'কাবাংগেৰো'—ৰীতাই মনতে উচ্চাৰণ কৰিলে।

কাবাংগেৰো এবিধ ভয়ংকৰ আকৃতিৰ দৈত্য মকৰা। ই একো একোটা জাপত এক মিটাৰতকৈও বেছি দূৰ যাব পাৰে। সচৰাচৰ ইয়াক আমাজনৰ উপত্যকা অঞ্চলৰ গহীন অৰণ্যত দেখা যায়। বৰ সাহসী প্ৰাণী ই। তাতকৈ ডাঙৰ প্ৰাণীকো সি আক্ৰমণ কৰিবলৈ কুণ্ঠাবোধ নকৰে।

কাবাংগেৰোটো ভাঁতৰি যোৱাৰ পিছত ৰীতা পুনৰ অগ্ৰসৰ হ'ল। অলপ দূৰ আগবঢ়াৰ ৰীতাৰ কৰ্ণগোচৰ হ'ল জলস্ৰোতৰ অস্পষ্ট কলধ্বনি। ক্ষন্তেক থমকি ৰৈ শব্দটো কোন ফালৰপৰা আহিছে তাৰ উমান ল'বলৈ চেষ্টা কৰিলে। তাৰ পিছত খৰতকীয়া খোজেৰে সমুখৰ ফালেই আগবাঢ়িল। জল স্ৰোতৰ কল-ধ্বনিয়ে ৰীণাত মনত যথেষ্ট শক্তি যোগালে। কিন্তু নিজৰাটোৰ ওচৰত উপ-স্থিত হৈ ৰীতাৰ মন মৰি গ'ল। কাৰণ নাভাবো দ্বীপৰ নিজৰাৰ দৰে এই নিজৰাৰ পানী নিৰ্মল নহয়। অতিপাত ঘোলা পানী। হয়তো আগদিনাৰ বৰষুণৰ কাৰণেও ঘোলা হ'ব পাৰে। সেই ঘোলা পানীৰেই ৰীতাই মুখ আৰু হাতবোৰ ভালদৰে ধুলে। মনটো যথেষ্ট সতেজ লাগিলেও পেটৰ ভোকটোৱে উক দি উঠিল। এতিয়াতো আৰু কম দূৰতো উভতি যাব নালাগিব ডোংগাখনৰ ওচৰলৈ! সেই কথা মনলৈ অহাৰ লগে লগে ৰীতাৰ মনটো দমি গ'ল। বৰ এলাহ লাগিল। ওচৰতে ক'ৰবাত কিবা ফলমূল পোৱা হ'লে। নাৰিকলবোৰৰ বাহিৰে এতিয়া-লৈকে একো ফলৰ গছ ৰীতাৰ চকুত পৰা নাই।

হঠাৎ পিছ ফালে খচ্ খচ্ কৈ কিবা এটা শব্দ হ'ল। ৰীতাই উভতি চোৱাৰ লগে লগে। চকুৰ পলকতে এডাল যাঠী উৰি আহি ৰীতাৰ কাষৰ গছ ডালত সশব্দে পোচ খাই ৰ'ল। ৰীতাই আতংকিত দিঞৰি দিব খোজোতেই হাতত এখাকা পকা কলৰ সৈতে কিকুচিক দেখা পাই বৈ গ'ল। ৰীতাৰ ভয় দেখি কিকুচিয়ে আনন্দতে হাঁহিবলৈ ধৰিলে। ৰীতাই যাঠী পাতলৈ চালে তাৰ আগটো মূৰ তেতিয়াও কঁপি আছে। ৰীতাৰ বুকুখনো একেদৰে কঁপি থাকিল অনেক সময় ধৰি।

কিকুচিৰ প্ৰতি ভীষণ খং উঠিল ৰীতাৰ। যাঠী ডালেৰে পোচ মাৰি নাড়ী নাড়ী-ভুৰুকবোৰ উলিয়াই দিওঁ বুলি ৰীতাই গছৰপৰা যাঠীডাল আজুৰিলে। কিন্তু দুখন হাতেৰে টানিও ৰীতাই যাঠীডাল একচুলো লৰাব নোৱাৰিলে। তাকে দেখি কিকুচিয়ে আকৌ হাঁহি মাৰি ভগিয়াবলৈ ধৰিলে। ৰীতাৰ খং দুগুণে বাঢ়িল। পাৰৰ পৰা কোমল মাটি এমুঠি লৈ কিকুচিলৈ দলিয়াইদি তীব্ৰ বেগেৰে এফালে আগবাঢ়িল। কিন্তু পিচল মাটিত পিচলি নিজৰাৰ পানীতে সজোৰে থেকেচা খাই পৰিল। কিকুচি দৌৰি আহি ৰীতাক নিজৰাৰ পৰা উঠালে। ৰীতাৰ খং

তেতিয়াও কথা নাই। মুখ ওফোন্দাই নিজৰাৰ পাৰতে বহি ৰ'ল। কিকুচিয়ে কেইটামান কল বীতাৰ হাতত দি আকাৰে ইংগিতেৰে কিবা কিবি বুজাবলৈ চেষ্টা কৰিলে। বীতাই সেইবোৰৰ প্ৰতি ভ্ৰূক্ষেপেই নকৰিলে।

হঠাৎ বীতাই কান্দিবলৈ ধৰিলে। কান্দোন, কান্দোন আৰু কান্দোন। উচুপি উচুপি শিশুৰ দৰে কান্দিবলৈ আৰম্ভ কৰিলে। পুৰণি দিনৰ কথাবোৰ চকুৰ আগত ভাঁহিবলৈ ধৰিলে। ছবিৰ দৰে। কিকুচিয়ে কিংকৰ্তব্য বিমূঢ় হৈ অবাক দৃষ্টিৰে বীতালৈ চাই ৰ'ল। অব্যক্ত বেদনাত উচুপি থাকিল বীতা। ত্ৰস্তচিত্তেৰে কিকুচিয়ে সংকোচ কৰি বীতাৰ কান্ধত ধৰি জোকাৰি দিলে। সি ভাবিলে বীতাই পিচলি পৰি দুখ পাইছে। এটা কল বাকলি গুচাই সি বীতাৰ মুখত বান্দৰৰ দৰে গুজি দিলে। বীতাই মুখৰ পৰা কলটো উলিয়াই দূৰলৈ দলিয়াই দিলে।

কান্দোন বন্ধ কৰি কঠোৰ কঠিন মুখেৰে বীতাই কিকুচিলৈ চালে। চকুত পানী নাই। কিন্তু মনটো ক্ৰন্দনেৰে সিক্ত। অভিব্যক্তিত তাৰ প্ৰকাশ। এই নিৰ্জন দ্বীপটোত বীতাৰ অন্তৰৰ বেদনা বুজা এজন সংগীও নাই। যিবা এটা সংগী আছে সি বৰ্বৰ, অসভ্য। বীতাৰ মৌখীন মুদ্ৰা দিব পৰা ক্ষমতা তাৰ নাই। যিমানখিনি সি বুজিও নাপায়।

স্মৃতি মাত্ৰেই বেদনাদায়ক। এবাৰ অহা দিনবোৰ ঘূৰি নাহে। কালসমুদ্ৰত চিৰদিনলৈ লীন হৈ যায়। মনৰ কোণেকোণে তথাপি সেই ছবিবোৰ কেতিয়াবা কোনো দুৰ্লভ অৱসৰত পুনৰ দৃশ্যমান হয় মানস চকুত। বীতাই ভাবে, দিন যোৱাৰ লগে লগে নিঃসংগতা ক্ৰমশঃ দুৰ্বিসহ হৈ আহিব। কিকুচিয়ে বীতাৰ নিঃসংগতা আঁতৰাব নোৱাৰে। বীতাৰ অন্তৰৰ এই নিদাৰুণ শূন্যতা, কৰুণ হাহাকাৰ কিকুচিয়ে ক'ত বুজি পাব

কিকুচিয়ে পুনৰ কিবাকিবি ক'বলৈ আৰম্ভ কৰিলে। বীতাই কল কেইটা এটা এটাকৈ খাবলৈ আৰম্ভ কৰিলে। তাকে দেখি কিকুচিয়ে আনন্দবোধ কৰিলে কল কেইটা পেটত পৰাত বীতাও যথেষ্ট আশ্বস্ত হ'ল। তাৰ পিচত বীতা বহাৰ পৰা উঠিল। কিকুচিয়ে বীতাক লগে লগে আহিবলৈ ইংগিত দি গছজোপাৰ পৰা যাঠীডাল একবাই লৈ আগবাঢ়িল।

বাটতে সি বীতাক বুজাই গ'ল যে সেই ঠাইৰ পৰা অলপ দূৰ গ'লেই আৰু এটি নিজৰা পোৱা যায়। সেইটো নিজৰাৰ পানীও সুন্দৰ। সিহঁত দুয়ো তাৰ ওচৰতে থাকিব পাৰিব। তদুপৰি ফলমূলৰ গছো সি দেখি আহিছে। ইংগিতত কিকুচিয়ে বীতাক কথাবোৰ যিমান পাৰে বুজাবলৈ চেষ্টা কৰিলে। বীতাই তাৰ কথা যদিওখিনি নুবুজিলেও কিছু কথা বুজিলে।

দুয়ো ডোংগাখনৰ ওচৰ পাই হ'ল। বীতাই ডোংগাৰ পৰা নিজৰ কাপোৰ-যোৰ আৰু বাকী থকা ফল কেইটা নমালে। কিকুচিয়ে ডোংগাখন গছৰ লতাৰে তৈয়াৰ কৰা জৰীৰে ভালদৰে পাৰত থকা নাৰিকল গছ এজোপাৰ সৈতে আঁটি আঁটি বান্ধি ৰাখিলে।

বীতা গছ এজোপাৰ তলত থিয় হৈ কিকুচিৰ কামবোৰ চাই ৰ'ল। কিকুচি যেতিয়া কামত ব্যস্ত হয় তেতিয়া সি পৃথিবীৰ আন সকলো কথাকে পাহৰি যায়। একান্ত মনে লাগি থাকে কামত। তাৰ কৰ্মদক্ষতা আৰু তৎপৰতা দেখি বীতাৰ ভাল লাগে।

কামটো শেষ কৰি কিকুচি বীতাৰ ওচৰলৈ আহিল। হঠাৎ বীতাৰ দৃষ্টি গোচৰ হ'ল দুটা কাৰাংগেৰোৰ ওপৰত। দুয়োটাই সৰু গছ এজোপাৰ তলত বহি যেন বীতালৈকে চাই আছে। বীতাই আতংকত চিঞৰি উঠিল। কিকুচিয়ে তাৰ ভয়াৰ্ত চিঞৰ শুনি প্ৰথমতে হতভম্ব হ'ল, তাৰ পিছত কিবা এটা বুজি সভয়ে দূৰলৈ চালে। বীতাই আঙুলিয়াই দেখুৱালে কাৰাংগেৰো দুটালৈ। কিকুচিয়ে চকুৰ পচাৰতে জপিয়াই হাতত থকা দাৰ দৰে অস্ত্ৰখনেৰে এটা কাৰাংগেৰো একে থাপতে দ্বিখণ্ডিত কৰিলে। আনটো কাৰাংগেৰো জপিয়াই জপিয়াই পলাবলৈ ধৰিলে। কিন্তু কিকুচিয়ে তাকো এৰি নিদিলে। সেই ঠাইৰ পৰা দূৰতে অলপ তাকো খপিয়াই শেষ কৰিলে। মৰা কাৰাংগেৰোটো ডাঙৰ গছৰ পাত এটাত উঠাই কিকুচিয়ে বীতাৰ ওচৰলৈ লৈ আহিল। বীতাই ভয়ত মুখখন পিছুৱাই ল'লে। তাকে দেখি কিকুচিয়ে হাঁহিবলৈ ধৰিলে।

বীতাই তাক পেলাই দিবলৈ ইংগিত দিলে। কিকুচিয়ে দূৰলৈ দলিয়াই দি হাঁহিলে।

কিছু সময়ৰ পিছত দুয়ো আগবাঢ়িল অৰণ্যৰ মাজে মাজে। কিকুচিয়ে বাট দেখুৱাই লৈ গ'ল বীতাক। বাট বুলি তেনে কোনো বাট নাই। যেনিয়ে আগবঢ়াৰ সুবিধা আছে তেনিয়েই আগবাঢ়িছে দুয়ো। মাজে মাজে অৰণ্য অত্যন্ত ঘন আৰু মাজে মাজে অত্যন্ত পাতল। বীতাই আৱিষ্কাৰ কৰা নিজবাটো পাৰ হোৱাৰ পিছতো দুয়ো অনেক দূৰ অগ্ৰসৰ হ'ল। কিকুচিয়ে এঠাইত বৈ বীতাক দূৰৰ টিলাৰ দৰে সৰু পাহাৰ এটা আঙুলিয়াই দেখুৱালে। বীতাই বুজিলে যে সেয়াই গন্তব্যস্থান।

পাহাৰটোৰ ওচৰ পাওঁ পাওঁ হওঁতেই বীতাই শুনিবলৈ পালে পানীৰ ভয়ানক শব্দ। বোধহয় জলপ্ৰপাতৰ। হঠাৎ কিকুচি বৈ গ'ল। বীতাই সন্দেহেৰে কিকুচিৰ মুখলৈ চালে।

: উকসু। —কিকুচিয়ে কিছু আঁতৰৰ গছ এজোপাত বহি থকা এজাক শকুনৰ দৰে চৰাই কেইটালৈ আঙুলিয়াই দেখুৱাই ক'লে।

: উকম্বু ।—ৰীতায়ো উচ্চাৰণ কৰিলে।

পুনৰ আগবাঢ়িল দুয়ো। গছৰ পৰা শগুণ কেইটাই ভয়ানক দৃষ্টিৰে দুয়োলৈ চাইছিল। বৰ হিংস্ৰ চাৱনি। ৰীতাৰ ভয় লাগিল সিহঁতলৈ। যদি উৰি আহি সিহঁতে আক্ৰমণ কৰে। এনে কাহিনী ৰীতাই অনেক শুনিছে। বিশেষকৈ আমাজান উপত্যকাৰ ঠায়ে ঠায়ে এনে হিংস্ৰ শগুণ আছে। সিহঁতে জীৱন্ত প্ৰাণীকো আক্ৰমণ কৰিবলৈ ভয় নকৰে।

পাহাৰটোৰ কাষে কাষে দুয়ো আগুৱাই গৈ থাকিল। দেৱালৰ দৰে থিয় পাহাৰ। কেনিও উঠাৰ সুবিধা নাই। দুয়ো যিমানে আগুৱাই গ'ল পানীৰ শব্দও সিমানে স্পষ্টকৈ শুনিবলৈ পালে।

পাহাৰৰ এটা ভাঁজ ঘূৰাৰ পিছতে ৰীতাই দেখিবলৈ পালে এটা সৰু জলপ্ৰপাত। পাহাৰৰ মূৰৰ পৰা থিয়ৈ থিয়ৈ জলৰাশি আহি তলত পৰিছে। পৰা ঠাইতে এটা সৰু কুণ্ডৰ সৃষ্টি হৈছে আৰু তাৰ পিছতে পানীখিনি দুভাগ হৈ দুফালে বৈ গৈছে। কুণ্ডটো বৰ বেছি দ নহয়। চাৰিওকালে সৰু বৰ শিল সিচৰিত হৈ পৰি আছে। পানীখিনি স্বচ্ছ আইনাৰ দৰে আৰু অত্যন্ত শীতল। কুণ্ডটোৰ একাষত এডাল দীঘল গছ। গছডাল একেবাৰে হেলনীয়া হৈ কুণ্ডটোৰ ওপৰেদি সমান্তৰাল ভাবে আছে। গছ ডালৰ ওপৰত বহি কুণ্ডৰ পানী ভনিৰে চুব পাৰি। ঠাই ডোখৰ ৰীতাৰ বেয়া নালাগিল যদিও সাগৰৰ পৰা অনেক দূৰ কাৰণে মনটো দমি গ'ল।

: কেনে লাগিছে ইয়াত ?—কিকুচিয়ে ইংগিতেৰে ৰীতাক সুধিলে।

: বেয়া নহয়, কিন্তু সাগৰৰ পাৰত থাকিব পৰা হ'লে আৰু বেছি ভাল লাগিলহেঁতেন। —ৰীতাই কিকুচিক বুজালে।

কিকুচিয়ে কন্তেক চিন্তা কৰিলে। সাগৰৰ পাৰত থাকিলে ৰীতাৰ ভৱিষ্যতে উদ্ধাৰৰ আশাও থাকে। সাগৰেদি কেতিয়াবা জাহাজ গ'লে ৰীতাই দেখা পাব। হয়তো জাহাজৰ পৰাও ৰীতাক দেখা পাব। এদিন নহয় এদিন ৰীতাই এখন হ'লেও জাহাজ দেখা পাবই। কিন্তু অৰণ্যৰ মাজত থাকিলে ৰীতাই একো নমকে নাপাব।

কন্তেক পিছতে কিকুচিয়ে আকৌ যাত্ৰা আৰম্ভ কৰিলে। ৰীতাই বাধা দি কলৈ যায় সুধিলে। সি পুনৰ ইংগিতেৰে বুজালে যে এই নিজৰা এটাকে অনসৰণ কৰি সি আগবাঢ়িব খুজিছে। কাৰণ এই নিজৰাবোৰ নিশ্চয় সাগৰতে পৰিছে। আৰু সেই সংগম স্থলতে সিহঁত থাকিব পাৰিব। ৰীতাই কিকুচিৰ কথাত হয়ভৰ দিলে।

পুনৰ আৰম্ভ হ'ল যাত্ৰা। নিজৰাটো যেনিয়েই গৈছে দুয়ো তাৰ পাৰে পাৰে আগবাঢ়িল।

ৰীতাই ভাৱে, যিদিনা আইভানক লগ পাব এইবোৰ কথা আইভানক ক'লে তেওঁ কিমানযে আচৰিত হ'ব। বিশ্বাসেই নকৰিব। এনে এটা ভয়ানক দ্বীপত নৰখাদকৰ মাজৰ পৰা কেনেদৰে বাচি আছিল! সংগী এজন নৰখাদক যুৱক যি ৰীতাৰ কথা বুজি নাপায়, ৰীতায়ো যাৰ কথা বুজি নাপায়—ভাবৰ আদান প্ৰদান চলে আকাৰে ইংগিতে কিমান ভয়ানক বিপদ পাৰ হৈ গৈছে এই কেইদিনত! আৰু কেনেধৰণৰ বিপদে অপেক্ষা কৰি আছে কোনে জানে? সঁচাকৈয়ে, এইবোৰ কথা শুনিলে আইভান আচৰিত হ'ব। ডেনিয়েল ডিফোৰ নায়ক ৰবিনসন ক্ৰুচো বা আলেকজেণ্ডাৰ চেলকাৰ্কৰ দৰে ৰীতাও সভ্য জগতৰ বাবে এক আচৰিত নাৰী হ'ব। কিন্তু সেই দিনলৈ আৰু কিমান দিন বাকী। অজানিতে ৰীতাৰ মুখেদি এক হুমুনিয়াহ ওলাই আহে। ৰীতাই আকৌ ভাবে। আগে আগে যোৱা কিকুচিলৈ চায়। বেচেৰা কিকুচি! সি ৰীতাক প্ৰাণ ভৰি ভাল পায়। ৰীতাৰ কাৰণে সি নিজৰ জীৱনকো তুচ্ছ কৰি পেলাইছে। এই দ্বীপত নৰখাদকৰ হাতত ৰীতাৰ কেতিয়াবাই আধ্যা পৰিলহেঁতেন। নাইবা খাদ্যৰ অভাৱতে প্ৰাণ ত্যাগ কৰিব লগা হ'লহেঁতেন। কিন্তু একমাত্ৰ কিকুচিৰ দয়াতে ৰীতা বাচি আছে। কিকুচিৰ প্ৰতি কৰুণা ওপজে ৰীতাৰ। সি ৰীতাক লৈ ঘৰ সংসাৰ কৰাৰ সপোন দেখে। আৰু উইই দেৱতাৰ আশীৰ্বাদ ল'ব পাৰিলেই হ'ল। তেতিয়া তাক কোনে বাধা দিব! ৰীতাই জানো বাধা দিব পাৰিব কিকুচিক? হয়তো সেইদিনা ৰীতাই আইভানক মনৰ পৰা বিসৰ্জন দিব লাগিব। কিকুচিয়েই হ'ব ৰীতাৰ সকলো। এই দ্বীপতে আদম আৰু ইভৰ দৰে বাস কৰিব লাগিব ৰীতা আৰু কিকুচিয়ে। কিন্তু যদি কেতিয়াবা ৰীতাই সভ্য জগতলৈ ঘূৰি যোৱাৰ সুবিধা পায়? তেতিয়া কিকুচিৰ কি হ'ব? কিকুচি কেনেদৰে বাচি থাকিব? সিতো আকৌ তাৰ দ্বীপটোলৈ ঘূৰি যাব নোৱাৰে। ৰীতাই কিকুচিক এৰি ঘূৰি যোৱা মানে ঘোৰ অন্যায় কৰা হ'ব কিকুচিৰ প্ৰতি। পাৰিব জানো ৰীতাই? যদি কেতিয়াবা সভ্য জগতলৈ ঘূৰি যোৱাৰ সুবিধা আহে সেইদিনা কি কৰিব ৰীতাই? কোনটো পথ শ্ৰেয়: বুলি ল'ব? কিকুচিৰ লগতে থাকিব নে আইভানৰ ওচৰলৈ ঘূৰি যাব? অতীত আৰু ভৱিষ্যতৰ কথা চিন্তা কৰাতকৈ বৰ্তমানৰ সৈতে যোজ মিলাই আগবঢ়াই শ্ৰেয়:। ভাগ্যৰ ওপৰতে জীৱন এৰি দিয়াই ভাল। যদি ইমান দিনে কিকুচিয়ে ৰীতাক পত্নী হিচাপে গ্ৰহণ কৰাহেঁতেন ৰীতাৰ কৰিব লগা একো নাছিল। তেতিয়া আইভানৰ ওচৰলৈ ঘূৰি যোৱাৰ পথো হয়তো বন্ধ হৈ গ'লহেঁতেন। এই দ্বীপতে থাকিব লাগিলহেঁতেন এক অসভ্য যুৱকৰ পত্নী হৈ। ধৰি ল'ব লাগিলহেঁতেন পৃথিৱীখন মাথো এটা দ্বীপৰ সমান। তাৰ বাহিৰে ক'তো আৰু কোনো মানুহ নাই। সভ্য জগতখনৰ কথা পাহৰি যাব

নাগিলহেঁতেন। দ্বীপটোত বাচি থাকিবলৈ ৰীতা আৰু কিকুচিয়ে যি কৰিলে-হেঁতেন সেইয়াই হ'লহেঁতেন সভ্যতাৰ উন্মেষ। হয়তো এদিন সেয়ে হ'ব।

ইতিমধ্যে দুয়ো আহি সাগৰৰ পাৰ পালেহি। ঠাই ডোখৰ মুকলি। অনেক দূৰলৈ গছ গছনি নাই। নিজৰাটো তিনিটা শাখাত বিভক্ত হৈ সাগৰত পৰিছে। মাটিখিনি এঢলীয়া। সিহঁতৰ ডোংগাখন সেই ঠাইৰ পৰা পশ্চিমত থাকিল। ৰীতাই ঠাইখণ্ড ভাল পালে। কিন্তু কিবা এক বেদনাই ৰীতাৰ মনটো খুচৰি পেলালে। এয়া ৰীতাই ভুল কৰা নাইতো। সাগৰৰ পাৰত থকা মানে কিকুচিক প্ৰতাৰণা কৰিব খুজিছে ৰীতাই। এদিন সুবিধা পালেই ৰীতা গুচি যাবগৈ। কিন্তু অৰণ্যৰ মাজত থকা হ'লে এই সুবিধা নাহিলহেঁতেন। ৰীতাই প্ৰতাৰণা কৰা উচিত হোৱা নাই। অন্ততঃ কিকুচিক। কাৰণ কিকুচি অকল প্ৰণয়ীয়েই নহয়, ৰীতাৰ নবজন্ম দিছে সি। নাই, তাই কেতিয়াও নাযায়। এই দ্বীপ এৰি, কেতিয়াও আঁতৰি নাযায়। বৰ্তমানেই সত্য। অতীত আৰু ভবিষ্যতৰ কোনো মূল্য নাই। কিকুচিৰ সৈতে এই দ্বীপত তাই সংসাৰ পাতিব। সুখৰ সংসাৰ। আইভানক পাহৰি যাব । কিন্তু আবাউইৰ আশীৰ্বাদ নহ'লেতো কিকুচিয়ে ৰীতাক গ্ৰহণ নকৰে। তাৰ বাবে ৰীতাৰ চিন্তা নাই। কিকুচিক তাই বাধ্য কৰাব। ইমান ভয়ানক বিপদৰ মাজেৰে আবাউইৰ ওচৰলৈ যোৱা মানে মৃত্যু অৱশ্যম্ভাৱী। সিহঁত শত্ৰুৰ হাতত পৰিবই। আবাউইৰ আশীৰ্বাদৰ আৱশ্যক নাই সিহঁতৰ। সিহঁতে কোনো নিয়ম নামানে। আৱশ্যক নাই কোনো নিয়মৰ। কিকুচি হ'ব অসভ্য জগতৰ প্ৰতীক আৰু ৰীতা সভ্য জগতৰ। এই দ্বীপত সভ্যতা যেনে দৰে মূল্যহীন, অসভ্যৰ ৰীতি নীতি ধৰ্মও সেই দৰে মূল্যহীন। আদিম জগতৰ দুটি প্ৰাণী এটি পুৰুষ এটি নাৰী, বচ্ সিমানেই হ'ব সিহঁতৰ পৰিচয়।



## ॥ সাত ॥

পচুৰ ডাল পাতেৰে সৰুকৈ এটা ঘৰ সাজি ল'লে দুয়োৰে। অন্ততঃ ৰ'দ বৰষুণৰ পৰা ৰক্ষা পাব। ঘৰটো শেষ হোৱাৰ পিছত কিকুচিৰ আনন্দৰ অন্ত নাই। সি ভবাই নাছিল যে প্ৰকৃততে এনেকৈও এটা ঘৰ সাজিব পাৰি। এনে ঘৰ সি কাহানিও সজা নাই। সিহঁতৰ ঘৰবোৰতকৈ এই ঘৰটো অনেক উন্নত আৰু ধুনীয়া। প্ৰকৃততে বীতাৰ দিহা মতেই সি এনে এটা ঘৰ সাজিবলৈ সমৰ্থ হৈছে। ভিতৰত শুবৰ কাৰণে তৈয়াৰ কৰা চাংখনত সি এবাৰ বহি, এবাৰ শুই আনন্দ কৰিবলৈ ধৰিলে।

বীতাই কিকুচিৰ কাণ্ড কাৰখানা চাই হাঁহি হাঁহি নিজৰাৰ ফালে আগবাঢ়িল। পিছে পিছে কিকুচিও গ'ল। বীতাই হাত ভৰিবোৰ ভালদৰে ধুই ল'লে।

: কুৰাচাউ !—হঠাৎ কিকুচিয়ে চিঞৰি উঠিল।

বীতাই কিকুচিলৈ চালে। কিকুচিৰ দৃষ্টি আঁতৰৰ গছ এজোপাৰ ওপৰত নিবদ্ধ। কেইটামান চৰাই বীতাই গছজোপাৰ ওপৰত বহি থকা দেখা পালে। চৰাইবোৰ কাউৰীৰ সমান ডাঙৰ, পাখিৰ বৰণ মুগা।

দ্বীপটোত কিবা কিবি প্ৰাণী থাকিব পাৰে বুলি বীতাই অনুমান কৰিলে। নাভাবো দ্বীপত চৰাই বা আন জন্তু বীতাই দেখা নাছিল। দুই এটা উকমু অৰ্থাৎ শগুণহে দুদিনমান দেখা পাইছিল। হয়তো তাতো চৰাই বা জন্তু এসময়ত আছিল; কিন্তু কালক্ৰমত সেইবোৰ দ্বীপৰ অধিবাসী শাপাতে, হোবেণা আদিৰ হাতত শেষ হৈ গ'ল। আৰু এই দ্বীপত যদি আছে মানুহৰ পদাৰ্পণ হোৱা নাই কাৰণেই আছে। কিন্তু ইয়াত আজিও মানুহৰ পদাৰ্পণ হোৱা নাই কিয়? ওচৰে পাজৰে থকা দ্বীপবোৰৰ আদিবাসীবোৰে ইয়ালৈ আহিবলৈ সাহস কৰা নাই কিয়? ইয়াত নিশ্চয় কিবা ৰহস্য আছে। নাভাবো দ্বীপৰ আদিবাসীবোৰে ভৰা বগা দৈত্যৰ ৰহস্য কিবা থাকিবই লাগিব। সেই ৰহস্য বাহিৰ কৰিবলৈ বীতাৰ মনে মনে দৃঢ় প্ৰতিজ্ঞ হ'ল। হয়তো অতীতৰ কোনো একালত এই দ্বীপত সভ্য জগতৰ কোনো মানুহে পদাৰ্পণ কৰিছিল আৰু অন্যান্য দ্বীপৰ পৰা ইয়ালৈ অহিব খোজা আদিবাসীবোৰক আধুনিক মাৰণাস্ত্ৰৰ দ্বাৰা বাধা দিছিল। সেই সভ্য মানুহবোৰকে হয়তো এই আদিবাসীবোৰে বগা দৈত্য বুলি আখ্যা দিছে।

ইতিমধ্যে চৰাই কেইটা দূৰলৈ উৰি গ'ল।

নিজৰাৰ পাৰে পাৰে ৰীতা সাগৰৰ ফালে আগবাঢ়ি গ'ল। বহল সাগৰৰ বুকুত ৰীতাৰ সাতুৰিবলৈ খুব মন গ'ল। ফ্লোৰিডাৰ সাগৰত আইভানৰ লগত সাতোৰাৰ কথা ৰীতাৰ মনত পৰিল। ফ্লোৰিডাৰ উপকূল ভূমিত দুয়ো অনেকদিন কটাইছিল। এটা দীঘল চমুনিয়াহ ৰীতাৰ বুকুৰ পৰা ওলাই আহিল।

কিকুচি আহি ৰীতাৰ ওচৰত থিয় হ'ল। ৰীতাই সাগৰৰ ফালে একেখৰে চাই থকা দেখি সি অবাক হ'ল। ৰীতাই কি কৰিব খুজিছে সি বুজি নাপালে।

সাগৰৰ সৰু সৰু ঢৌবোৰে সিহঁতৰ ভৰিবোৰ পৰশি গ'ল। হঠাৎ ৰঙা ৰঙা কিছুমান কেকোঁৰা পাৰে পাৰে ঘূৰি ফুৰা কিকুচিৰ দৃষ্টিগোচৰ হ'ল। সাগৰৰ ঢৌৱে কেকোঁৰাবোৰ পুনৰ সাগৰলৈ উভতি যাবলৈ নিদি বাৰে বাৰে পাৰলৈ ওভোতাই পঠাইছে। কিকুচিয়ে লগে লগে কেকোঁৰা গোটোৱাত লাগিল।

ৰীতাই কঁকালত মেৰিয়াই ৰখা গছৰ ছালখন খুলি কিছু আঁতৰলৈ দলিয়াই দিলে আৰু সম্পূৰ্ণ নগ্ন দেহাৰে সাগৰৰ বুকুলৈ নামি গ'ল। কিকুচিয়ে ঘূৰি ৰীতালৈ চালে। লগে লগে সি চিঞৰি উঠিল আৰু ৰীতাক নামিবলৈ বাধা দি অংগী ভংগীৰে কিবাকিবি বুজাবলৈ ধৰিলে। ৰীতাই বুজিলে যে সি হাংগৰৰ কথা কৈছে। তাই হাংগৰৰ হাতত পৰিব পাৰে। তাৰ ফালে চাই হাঁহি এটা মাৰি ৰীতাই সাতোৰ মেলিলে।

: ঋ-ঋ তা।—বিস্ফোৰিত নেত্ৰেৰে ৰীতাৰ ফালে চাই কিকুচিয়ে সজোৰে চিঞৰি উঠিল।

ৰীতাই দূৰৰ পৰা হাত জোকাৰি কিকুচিক মাতিলে। কিকুচি লৰি আহি ৰীতা যি ঠাইত নামিছিল সেই ঠাইত থিয় হৈ অবাক দৃষ্টিৰে মাথোঁ চাই ৰ'ল। চকুৰ পচাৰতে ৰীতা ইতিমধ্যে বহুদূৰ আগুৱাই গ'ল। তাৰ পিছত ৰীতা বুৰ মাৰি নোহোৱা হ'ল সাগৰৰ বুকুত। কিকুচি পুনৰ লৰি গৈ কিছু আঁতৰত পৰি থকা শিল এটাৰ ওপৰত উঠি ৰীতাক কৰবাত দেখা পাই নেকি চালে। এনেতে ৰীতা পুনৰ পানীৰ ওপৰলৈ উঠি আহিল আৰু কিকুচিলৈ চাই দূৰৰ পৰাই হাত জোকাৰি মাতিলে।

: ঋ-তা ....। —নানান অংগী ভংগী দেখুৱাই কিকুচিয়ে পুনৰ চিঞৰি উঠিল।

ৰীতাই তাৰ চিঞৰলৈ ভ্ৰূক্ষেপ নকৰি আপোন মনেৰে সাতুৰি নাদুৰি থাকিল। কিকুচিৰ প্ৰচণ্ড খং উঠিল। খঙতে হাতৰ খাৰখন দূৰলৈ দলিয়াই দিলে। তাৰ পিছত শিলটোৰ পৰা জপিয়াই নামি বলিয়াৰ দৰে ইফালে সিফালে দৌৰিবলৈ ধৰিলে।

সাঁতুৰি সাঁতুৰি ভাগৰ লগাত ৰীতাই এইবাৰ পাৰৰ ফালে সাঁতোৰ মেলিলে। ৰীতা পাৰৰ ফালে অহা দেখা পাই কিকুচিয়ে দাখন তুলি লৈ ঘৰটোৰ ফালে অগ্ৰসৰ হ'ল। ৰীতাই বুজিলে যে তাইৰ ওপৰত কিকুচিৰ খং উঠিছে। ৰীতাই মনতে হাঁহিলে।

পাৰলৈ উঠি আহি ৰীতাই বহল শিল এটা বাচি লৈ তাত উঠি বহিল। গাৰ পৰা নিগৰি নিগৰি পৰা পানীবোৰ শিলৰ ওপৰেদি বাগৰি গৈ তলত পৰিল। ৰীতাই নিজৰ নগ্ন দেহাটোৰ ওপৰত চকু ফুৰালে। এই কেইদিনত অনেক শুকাই গৈছে তাই। শুকাবই। খোৱাৰ ঠিক নাই, শোৱাৰ ঠিক নাই; খাদ্যৰ নামত অভক্ষও ভক্ষণ কৰিব লগা হৈছে তদুপৰি মানসিক অশান্তি দুঃচিন্তা আছেই!

আইভানক ৰীতাই ভাল পাইছিল—ভাল পায়। কিন্তু হঠাৎ কিকুচিৰ প্ৰতি ৰীতাৰ আত্মিক আকৰ্ষণৰ জন্ম হোৱাৰ কাৰণ কি? কিকুচি কুৎসিত, অসভ্য, বৰ্বৰ, নৰখাদক অথচ আইভান সুন্দৰ, শিক্ষিত, সভ্য। কিন্তু আইভান এতিয়া ৰীতাৰ বাবে কল্পনাৰহে বস্তু আৰু কিকচি বাস্তৱৰ। বাস্তৱ ভয়ানক হ'লেও, নিষ্ঠুৰ হ'লেও বাস্তৱক এৰি আঁতৰি যাব নোৱাৰি। তাক মানিবই লাগিব। গ্ৰহণ কৰিবই লাগিব। হয়তো সেই বাবেই ৰীতাৰ প্ৰাণত উদয় হৈছে কিকুচিৰ প্ৰতি আত্মিক আকৰ্ষণ। কিকুচিৰ প্ৰতি জন্মা আকৰ্ষণক ৰীতাই প্ৰশ্ৰয় দিবলৈ বাধ্য হৈছে। এয়াই নাৰীৰ আত্যন্তিক প্ৰবৃত্তিজাত চেতনা। শিক্ষিতা-অশিক্ষিতা নাইবা সভ্য জগতৰ বা সভ্যতাৰ পোহৰ নপৰা এই ক্ষেত্ৰত নাৰীৰ মাজত কোনো প্ৰভেদ নাই। পুৰুষৰ ওচৰৰ পৰা নাৰীয়ে বীজ গ্ৰহণ কৰে। সেই বীজ নাৰীয়ে গৰ্ভত ধাৰণ কৰে আৰু নিজৰ তেজ দি মাংসৰ মূৰ্তি তৈয়াৰ কৰে নাৰীৰ শৰীৰৰ তেজৰ প্লাৱনৰ মাজেদিয়েই, সেই মাংসৰ মূৰ্তিটি পৃথিৱীলৈ আহে। তেজ হ'ল জীৱৰ আদি প্ৰবাহৰ ধাৰা। তেজ মজ্জাৰ এই প্ৰকৃতি লক্ষণৰ লগতে, জড়িত হৈ আছে নাৰীৰ প্ৰবৃত্তি। এই প্ৰবৃত্তি অন্ধ। স্নেহ প্ৰেমত বিগলিত হৈ এই প্ৰবৃত্তিৰ প্ৰবাহত নাৰীয়ে সৰ্বস্ব ত্যাগ কৰিব পাৰে। বাঘিনীৰ দৰে নিৰ্দয় নিষ্ঠুৰো হ'ব পাৰে। প্ৰবৃত্তিক সেই কাৰণেই মানুহৰ নিজৰ বুদ্ধিৰে চিৰকাললৈ এক নিয়মৰ মাজেৰে নিয়ন্ত্ৰণ কৰিব বিচাৰে। আৰু মানুহৰ বিশৃঙ্খলা সভ্যতাৰ বুকুৰ ওপৰত ইয়েই বোধহয় আটাইতকৈ ডাঙৰ সংকট, নিয়ন্ত্ৰণৰ চাবি কাঠি কেতিয়াও সম্পূৰ্ণকৈ নিজৰ আয়ত্বলৈ আনিব পৰা নাই।

মানুহ মাত্ৰেই কাম-ক্ৰোধৰ বশৱৰ্তী। ধৰ্ম, ৰীতি-নীতিৰ দোহাই দি কিকুচিয়ে ৰীতাক এদিনো স্পৰ্শ নকৰাকৈ থাকিব পাৰিবনে? পৃথিৱীত এনে কোনো পুৰুষ আছে বুলি ৰীতাই বিশ্বাস নকৰে যি কাহানিও কোনো নাৰীৰ প্ৰতি আকৃষ্ট হোৱা নাই। 'আবাউই' দেৱতাৰ ওচৰত নোযোৱা পৰ্যন্ত ৰীতাক কিকুচিয়ে গ্ৰহণ নকৰে।

কিন্তু কিকুচিৰ মনৰ এই দৃঢ়তা কিমান দিন বৰ্ত্তি থাকিব ? এদিন হয়তো কিকু-চিৰ ওচৰত তাৰ ৰীতি নীতি, ধৰ্মীয় ধ্যান ধাৰণা সকলো নিৰৰ্থক হৈ পৰিব; সেই দিনা হয়তো ৰীতাৰ দেহটোৱেই তাৰ বাবে সকলো হ'ব। অৱশ্যে এটা কথা ৰীতাই বিশ্বাস কৰে যে পৃথিবীৰ সভ্য জগতৰ কোনো পুৰুষেই কিকুচিৰ দৰে ধৈৰ্য্যৰে স্থিৰ হৈ থাকিব নোৱাৰে। ধৰ্মভীৰু বুলিয়েই হওক বা আন কিবা কাৰণতে হওক কিকুচিয়ে মানুহৰ আদিম প্ৰবৃত্তি কামনা বাসনাক জয় কৰিব পাৰিছে।

কথাবোৰ ভাবোতে ভাবোতে এক কোমল আবেশ তন্দ্ৰালু মাদকতাই ৰীতাৰ শৰীৰ আচ্ছন্ন কৰি তুলিলে। ৰীতাই শিলটোৰ ওপৰতে শুই পৰিল। আকৌ মনলৈ আহিল পেলি মেলি চিন্তাবোৰ। সভ্য জগতখনৰ কথাবোৰ পুনৰ মনলৈ আহিল। এই সভ্যতা ভণ্ডামিৰ বাহিৰে কি ! নিজকে ফাঁকি দিয়া হৈছে মাথোন। সভ্যতাৰ পৰশে পৃথিবীখন প্ৰকৃততে বিষময়হে কৰি তুলিছে। সভ্য জগতৰ মানুহৰ মাথো দুটা বস্তুৱেই আছে, এক হৈছে লোভ আৰু আনটো ভোগ। সভ্য জগতৰ মানুহৰ নিশ্বাসত বিষ থাকে, দুনিয়াৰ সকলো সেই বিষত পুৰি ছাঁই হৈ গৈছে। নাভাবো দ্বীপৰ এই আদিবাসীবোৰ সভ্যজগতৰ দৃষ্টিত অসভ্য, বৰ্বৰ। কিন্তু ইহঁতৰ মাজতো সভ্যজগতত নিতৌ ঘটি থকাৰ দৰে নাৰীৰ ওপৰত বলাৎকাৰ বা ধৰ্ষণ নহয়। ইহঁত বৰ্বৰ ইতৰ হৈও অনুশাসন মানি চলিব পাৰে অথচ সভ্য সমাজখনৰ তথাকথিত সভ্যবোৰে নোৱাৰে কিয় ? ইহঁতো সমাজপ্ৰিয়। ইহঁতৰ সমাজখন দিবে কঠোৰ নিয়মেৰে বন্ধা সেইদৰে সভ্য সমাজখন নীতি-নিয়মৰ বহিৰ্ভূত নহয়। তথাপি সভ্য সকলেহে নীতি নিয়ম ভংগ কৰি নিজৰ স্বাৰ্থৰ অনুকূলে কাম কৰিব পাৰে, কিন্তু এই তথাকথিত ইতৰবোৰে নোৱাৰে।

শিলটোৰ ওপৰতে ৰীতা শুই পৰিল।

মূৰৰ ওপৰত পুৱাৰ কোমল সূৰুযৰ ৰশ্মি, অদূৰত সমুদ্ৰৰ গৰ্জন, উপকূলবৰ্তী নাৰিকল গছৰ পাতবোৰ খচ্ খচ্ শব্দই এক অদ্ভুত ব্যঞ্জনা আনি দিলে ৰীতাৰ মনত। ৰীতাৰ দুচকুত কেতিয়া টোপনি নামি আহিল ৰীতাই কবই নোৱাৰিলে।

শৰীৰৰ ওপৰত কিবা এটা গধুৰ হেঁচা পৰাত ৰীতা থকমককৈ সাৰ পাই প'ল। চকু মেলিয়েই দেখা পালে কিকুচিক। ৰীতাৰ কঁকালৰ ওপৰতে দি সম্পূৰ্ণ ভৰ দি বহি সমুখলৈ সামান্য হাউলি ৰীতাৰ দুইখন বাহুৰ ফাকেদি হাত দুখন পাৰ কৰি শিলৰ ওপৰত ভেঁজা দি অবাক হৈ ৰীতাৰ মুখলৈ চাই আছে। ৰীতাই ভয় খাই সজোৰে তাৰ দেহৰ ওপৰৰ পৰা ঠেলি শিলৰ পৰা তলত পেলাই দিলে। কিকুচি পৰিয়েই তাঁৰ প্ৰতিৰে হাঁহিব ধৰিলে মুখ

দিলে। বীতাই লগে লগে শিলটোৰ ওপৰত উঠি বহি সি যোৱাৰ ফালে এক আচৰিত দৃষ্টিৰে চালে। তাৰ এনে কাৰ্যত বীতা অবাক হ'ল। তাইৰ দেহৰ ওপৰত এনেদৰে বহি সি কি চাইছিল ? নে কিবা অশুভ মতলব আছিল ? হয়তো এনেদৰে শিলটোৰ ওপৰত শুই থকাৰ কাৰণে সি তাইৰ কিবা হ'ল বুলিয়ে ভাবিছিল।

দূৰৰ গছ এজোপাৰ আঁৰলৈ কিকুচিয়ে বীতালৈ পুনৰ লক্ষ্য কৰিলে। তাৰ এনে আচহুৱা কাৰ্য বীতাই সমূলি বুজি নাপালে। শিলটোৰ পৰা নামি বীতাই গছৰ বাকলিৰে তৈয়াৰ কৰা আৱৰণখন কঁকালত মেৰিয়াই ল'লে আৰু তাৰ পিছত ঘৰটোৰ ফালে আগবাঢ়িল

: কি-কুচি !—বীতাই ঘৰটোৰ ওচৰ পাই চিঞৰিলে।

কিকুচি গছৰ আঁৰৰ পৰা ওলাই বীতালৈ চালে। বীতাই হাত বাউল দি মাতিলে। সি এখোজ দুখোজকৈ আগুৱাই আহিল। বীতা ঘৰৰ ভিতৰৰ পৰা এটা নাৰিকল উলিয়াই আনি তাৰ ফালে দলিয়াই দিলে। সি নাৰিকলটো হাতেৰে ধৰি বীতালৈ প্ৰশ্নবোধক দৃষ্টিৰে চালে। বীতাই নাৰিকলটো ভাঙি আনিবলৈ নিৰ্দেশ দিয়াত সি আঁতৰি গৈ শিল এটাৰ আঁৰলৈ নহি নাৰিকলটো ফালিবলৈ চেষ্টা কৰিলে।

: বেচেৰা !—বীতাই মনতে উচ্চাৰণ কৰিলে।

এনেতে গোঁ গোঁ শব্দ এটা তাইৰ কাণত পৰিল। তাই কৌতুহলেৰে আকাশলৈ চালে। কিকুচিও শিলটোৰ আঁৰৰ পৰা ওলাই আহি ভয়াৰ্ত দৃষ্টিৰে চাৰিওফালে চকু ফুৰালে। অকস্মাৎ দ্বীপটোৰ দক্ষিণফালে এখন হেলিকপ্টাৰ পশ্চিমাভিমুখী হৈ উৰি যোৱা বীতাৰ দৃষ্টিগোচৰ হ'ল। বীতাই লগে লগে চিঞৰি উঠিল আৰু তেনেদৰেই সাগৰৰ পাৰে পাৰে দক্ষিণৰ ফালে হাত জোকাৰি জোকাৰি লৰিবলৈ ধৰিলে।

বীতাই এবাৰো ভাবি নাচালে যে সেই ঠাইৰ পৰা চিঞৰিলে সুদূৰৰ আকাশত থকা হেলিকপ্টাৰৰ আৰোহীয়ে শুনিবলৈ পাবনে নাপায়। বলিয়াৰ দৰে তাই মাথো চিঞৰি চিঞৰি দৌৰিবলৈ ধৰিলে। বীতা তেনেদৰে অকস্মাৎ লৰি যোৱা দেখি কিকুচি আচৰিত হ'ল আৰু বীতাক বাধা দিবলৈ পিছে পিছে সিও লৰিবলৈ ধৰিলে।

আকাশলৈ চাই লৰোতে লৰোতে বীতা সামান্য পানী থকা গাঁত এটাত বাগৰি পৰিল। পৰাৰ পৰাই বীতাই হেলিকপ্টাৰখনলৈ চালে। তেতিয়া হেলি-কপ্টাৰখন দৃষ্টিৰ বাঁৰ হৈ পৰিছে। বীতাই কিবা এক বেদনাত সজোৰে চিঞৰি উঠিল আৰু একনী সৰু ছোৱালীৰ দৰে কান্দিবলৈ ধৰিলে। ইতিমধ্যে কিকুচি আহি

আহি সৰু গাঁতটোত জপিয়াই পৰিল আৰু ৰীতাক মুহূৰ্ততে সাৱটি ধৰি ওপৰলৈ তুলি আনিলে। তাৰ পিছত সি কান্ধত তুলি লৈ সিহঁতৰ গছ ঘৰটোৰ ফালে লৰিবলৈ ধৰিলে। কিকুচিৰ প্ৰতিটো জাপত ৰীতাই সবিস্ময়কুল দেখিছিল, তথাপিও ৰীতাই বাধা দিয়া নাছিল।

কিকুচিয়ে ৰীতাক ঘৰটোৰ সন্মুখৰ মুকলি ঠাইখনৰ ওপৰত শুৱাই দি সি অবাক দৃষ্টিৰে ৰীতাৰ মুখলৈ চাই ৰ'ল। ৰীতাই হাতেৰে চকুপানীবোৰ মচি উঠি বহিল আৰু যিফালে হেলিকপ্টাৰখন উৰিছিল সেই ফাললৈ চালে। হঠাৎ তাই এনে বলিয়ালি কিয় কৰিলে নিজেই ভাবি নাপালে। হেলিকপ্টাৰখন দেখাৰ লগে লগে তাই যেন সকলো পাহৰি পেলাইছিল। কিকুচি বা আন একো কথা তাইৰ মনলৈ অহা নাছিল। মগজে একো কাম নকৰা হৈ গৈছিল তাইৰ ।

ইতিমধ্যে কিকুচিয়ে ৰীতাক বুজাবলৈ ধৰিলে যে তাই যিটো বস্তু দেখি পিছে পিছে লৰিছিল সেয়া বগা দৈত্যৰ বাহন। বগাদৈত্যই দেখা পোৱা হ'লে তাইৰ সৰ্বনাশ কৰিলেহেঁতেন। শাপাতে জাতিয়ে কৰা বিশ্বাস হয়তো ভুল নহয়; তাৰ ধাৰণাহে ভুল। এই দ্বীপত নিশ্চয় বগা দৈত্য আছে, নহ'লে এই ভয়ানক বস্তুটো ক'ৰ পৰা আহিব। আচলতে বস্তুটোৱে সিহঁতক আঁৰে আঁৰে নিৰীক্ষণহে কৰি গ'ল।

ৰীতা ইতিমধ্যে প্ৰকৃতিস্থ হ'ল। কিকুচিৰ ভয় দেখি তাইৰ হাঁহি উঠিল। তাই কিকুচিক বুজাবলৈ চেষ্টা কৰিলে যে সেইটো একো ভয়ানক বস্তু নহয়। তাই য'ৰ পৰা আহিছে সেই ঠাই এই বিশাল সমুদ্ৰৰ সিপাৰে। তাৰ মানুহবোৰে এনে বস্তুৰ ওপৰত ঘূৰি ফুৰে। ইচ্ছা কৰিলে সিও ঘূৰিব পাৰে। কেতিয়াবা যদি বস্তুটো আকৌ ঘূৰি আহি এই দ্বীপৰ ওপৰত পৰে তেন্তে তাক সেই বস্তুৰ ওপৰত উঠাই তাই ঘূৰাব।

কিকুচিয়ে অবিশ্বাসৰ দৃষ্টিৰে ৰীতালৈ চালে।

ৰীতাই পুনৰ তাক নাৰিকলৰ কথা সুধিলে। সি নাৰিকলটো ব'ত পেলাই থৈ গৈছিল তালৈ লৰি গ'ল। আৰু কন্তেক পিছতে নাৰিকলটো ভাঙি আনি সি ৰীতাক দিলে। ৰীতাই তাকো ওচৰতে বহুৱাই ল'লে। সি নাৰিকল এটু-কুৰা মুখত ভৰাই ৰীতাৰ কাষতে বহিল।

এইবাৰ ৰীতাই আবাউই দেৱতাৰ কথা উলিয়ালে।

: কেতিয়া যাবা আবাউইৰ ওচৰলৈ? ৰীতাই ইংগিতেৰে প্ৰশ্ন কৰিলে।

: দুদিনমান যাওক। এতিয়া গ'লে বিপদ হ'ব, কাৰণ সিহঁত দুটাক ছাগৈ শাপাতেবোৰে বিচাৰি চলাথ কৰি আছে। সেনেবোকৈ ধৰা পৰিলে সিহঁতৰ সকলো চেষ্টা অথলে যাব। —কিকুচিয়ে ৰীতাক বুজালে।

: তুমি আবাউইৰ ওচৰলৈ যোৱাৰ আশা পৰিত্যাগ কৰা। আমি তালৈ কেতিয়াও যাব নোৱাৰিম। অনেক বিপদ আছে এই দীঘলীয়া বাটছোৱাত। আবাউইৰ আশীৰ্বাদ নোহোৱাকৈ তুমি যোক গ্ৰহণ কৰা; আবাউই এ একো কৰিব নোৱাৰে।

বীতাৰ কথাবোৰ কিকুচিয়ে বুজি পালে আৰু অবাক দৃষ্টিৰে বীতাৰ মুখলৈ চাই ৰ'ল। বীতাই এইবাৰ তাক এহাতেৰে সাৱটি ধৰি তাইৰ কথাত সি ৰাজী নে নাই প্ৰশ্ন কৰিলে। কিকুচিয়ে মূৰ জোকাৰিলে।

বীতাই বুজিলে যে এনেদৰে কিকুচিক বুজাব নোৱাৰি। তাৰ অন্তৰত থকা আবাউই দেৱতাৰ প্ৰতি ভয় ইমান সহজে আঁতৰাব নোৱাৰি। লাহে লাহে চেষ্টা কৰিব লাগিব আৰু এদিন হয়তো সি আবাউই দেৱতাৰ প্ৰতি থকা বিশ্বাস ভাঙি পেলাব। যেনেদৰে সি এই কোকা দ্বীপৰ বগা দৈত্যৰ কথা বিশ্বাস কৰা নাই।

: কিজাড়া।—হঠাৎ কিকুচিয়ে চিঞৰি উঠিল আৰু একেজাপে বহাৰ পৰা উঠি হাতত মাঠীডাল লৈ অৰণ্যৰ ফালে লৰি গ'ল।

বীতাই প্ৰথমতে কি হ'ল ভুকিবই নোৱাৰিলে। তাৰ পিছতহে দেখা পালে গাহৰিৰ দৰে দুটা সৰু প্ৰাণী অৰণ্যৰ পৰা সেই ফালেই ওলাই আহিছিল। হঠাৎ কিকুচিয়ে চিঞৰ বাখৰ কৰি খেদি যোৱাত গাহৰি দুটা যেনেদৰে আগুৱাই আহি-ছিল তেনেদৰেই নেজ ডাঙি উভতি চেকুৰ মেলিলে।

অলপ সময়ৰ পিছতে কিকুচি উভতি আহিল। বীতাই তাৰ মুখলৈ চালে। কিকুচি বীতাৰ ওচৰত থিয় হৈ আনন্দতে নাচিবলৈ ধৰিলে। লগে লগে উল্লাস, চিৎকাৰ। কাণ তলাকলা হ'ল। বীতাৰ ভীষণ খং উঠিল। এনে লাগিল যেন বহাৰ পৰা উঠি গৈ দুটা চৰ বহুৱাই দিব কিকুচিৰ দুগালত। উপায় নাই। এই ক্ষেত্ৰত নিৰ্বোধৰ দৰে কিকুচিৰ মুখৰ ফালে চাই থকাৰ বাহিৰে কৰিব লগা একো নাই।

কিছু সময়ৰ পিছত কিকুচি ক্ষান্ত হ'ল। সি বীতাক ইংগিতেৰে বুজাবলৈ চেষ্টা কৰিলে যে নাভাবো দ্বীপতো এসময়ত এনেকুৱা কিজাড়া অনেক আছিল। কিন্তু সিহঁতক মানুহে খাই শেষ কৰিলে। এতিয়া' এটাও নাই। ইয়াৰ মাংস খাবলৈ খুব ভাল। এই কোকা দ্বীপটোতো নিশ্চয় অনেক কিজাড়া আছে। সি অনায়াসে এইবোৰ চিকাৰ কৰিব পাৰিব। ফল-মূল খোৱাৰ উপৰিও এই দ্বীপত সিহঁতে অপৰ্যাপ্ত মাংস খাবলৈ পাব।

: কিন্তু কেঁচা মাংস খাবলৈ বিল লাগে। জুই থকা হ'লে সিদ্ধ কৰি মাংস

খাব পৰা যায়। —বীতাই তাক জুইৰ কথা আকাৰে ইংগিতেৰে বুজাবলৈ চেষ্টা কৰিলে।

সি কন্তেক কিবা চিন্তা কৰিলে আৰু তাৰ পিছত তাৰ ভাষাৰেই কিবা কিবি ক'লে। কিন্তু বীতাই 'নিধাসা' শব্দটোৰ বাহিৰে এটা শব্দও বুজি নাপালে। নিধাসা মানে জুই। তাৰ কথাবোৰ যে বীতাই বুজি পোৱা নাই সেই ভাবো নেদেখুৱালে। কেতিয়াবা কেতিয়াবা কিকুচিয়ে তাৰ ভাষাৰেই বীতাক কিবাকিবি কয়। বীতাই যে তাৰ ভাষা বুজি নাপাই সেই কথা সি পাহৰি যায়।

সময়বোৰ পিচলি গৈ থাকিল।

কিকুচিয়ে তাৰ অস্ত্ৰবোৰ ঘৰটোৰ ভিতৰৰ পৰা উলিয়াই অনা দেখি বীতাই তাক ইংগিতেৰে কিবা সুধিলে। কিকুচিয়ে হাঁহি এটা মাৰি তাৰ বাঁঠীডালেৰে চিকাৰ কৰাৰ অংগী ভংগী কৰি দেখুৱালে। বীতাও তাৰ লগত যাবলৈ ওলাল। সি আপত্তি নকৰিলে।

দুয়ো যাত্ৰা আৰম্ভ কৰিলে। গাঢ় অৰণ্যৰ মাজেৰে নগৈ দুয়ো সহজ পথেৰে অগ্ৰসৰ হ'ল। কিকুচিৰ ইচ্ছা আছিল গভীৰ অৰণ্যৰ মাজেৰে আগবাঢ়াৰ, কিন্তু বীতাই বাধা দিলে।

চাওঁতে চাওঁতে দুমাহেই পাৰ হ'ল। বীতা যেন এই দ্বীপত নিৰ্বাসিতা। এই জীৱনৰ সৈতে এই কেইদিনতে অভ্যস্ত হৈ পৰিছে তাই। দ্বীপটোৰ জলবায়ুও ভাল। যেয়ে বীতা কোনো ধৰণৰ অসুখতো পৰা নাই।

অনেক দূৰ আগবাঢ়ি গ'ল দুয়ো। একোকে চিকাৰ কৰিব নোৱাৰিলে কিকুচিয়ে। চিকাৰ নোপোৱা নহয়, পাইছিল; কিন্তু সেদিশেদিও মাৰিব নোৱাৰিলে। দুই এটা গাহৰি আৰু কিছুমান অচিন সৰু আকৃতিৰ জন্তু দেখা পাইছিল। চিকাৰ কৰাৰ পূৰ্বেই দ্ৰুত বেগেৰে সেইবোৰ গভীৰ অৰণ্যৰ মাজত অদৃশ্য হৈ গৈছিল। বীতাই কিছুমান বনৰীয়া ফল পাই গোটাই ল'লে।

ওভতাৰ পথত দুয়ো আন এটা পথেৰে ঘূৰিল। কিকুচিয়ে এটা জন্তুও মাৰিব নোৱাৰাত নিজেই নিজকে ধিক্কাৰ দিলে। বীতাই বুজালে যে শক্তি ক্ষয় কৰি এইবোৰ জন্তুৰ পিছে পিছে অৰণ্যত দৌৰি ফুৰাতকৈ মাছৰ চিকাৰ কৰাই ভাল। মাছ আৰু ফলমূলেই সিহঁতৰ কাৰণে যথেষ্ট।

অকস্মাৎ শহা পহুৰ দৰে এটা প্ৰাণী সিহঁতৰ আগেদি পাৰ হৈ গ'ল। কিকুচিয়ে বীতাক তাতে এৰি জন্তুটোক অনুসৰণ কৰি দৌৰিবলৈ ধৰিলে। তাকে দেখি বীতাৰ ভীষণ খং উঠিল। কিকুচিৰ কাৰণে তাই তাত অপেক্ষা নকৰি ধীৰে ধীৰে অগ্ৰসৰ হ'ল। অলপ দূৰ যোৱাৰ পিছতে এটা নতুন বিপদৰ সন্মুখীন হ'ল

ৰীতা। পানী দেখিয়েই গা ধুবলৈ ইচ্ছা গ'ল। নিজৰাটো বহল নহ'লেও দ প্ৰায় এবুকু আছিল।

নিজৰাৰ পাৰে পাৰে কিছু দূৰ আগ বাঢ়ি এডোখৰ সুন্দৰ ঠাই বাচি ৰীতা পানীত নামিল। অত্যন্ত শীতল পানী। প্ৰবল সোঁতেৰে বৈ অহা পানীখিনি হাত দুখন মেলি বাধা দিবলৈ চেষ্টা কৰিলে ৰীতাই। এই নিজৰাৰ পানীখিনি দ্বীপটোৰ বিকালেদিয়েই বৈ নাযাওক, নিশ্চয় ই সাগৰতে পৰিছে। গা ধোৱাৰ লগে লগে পানীৰ বুৰবুৰণিৰ দৰে ৰীতাৰ অন্তৰত ভাবৰো কিছুমান বুৰবুৰণি উঠিল। এই পৃথিৱীৰ দৰে সংসাৰৰো সকলো ক্ষেত্ৰত সমতল ভূমি নাই। জীৱনৰ কিছুকাল সমতল ভূমিত বিচৰণ কৰাৰ পিছতে সন্মুখীন হ'ব লগা হয় বিশাল বিশাল পাহাৰ পৰ্বতৰ নাইবা সুদীৰ্ঘ জলাশয়ৰ বা সমুদ্ৰৰ।

সুখৰ দিনত, আনন্দৰ সময়ত কোনোৱে নাভাবে ভাবিব নোৱাৰে যে বসন্ত কেতিয়াও চিৰস্থায়ী নহয়। হ'ব নোৱাৰে। সূৰ্য যিমানেই শক্তিশালী নহওক দিনৰ শেষত সি অস্ত যাবলৈ বাধ্য। একে একে দুই, দুয়ে দুয়ে চাৰি অংক কিতাপতহে সহজ কিন্তু মানুহৰ জীৱনৰ হিচাপ কোনো অংক কিতাপৰ নিয়ম মানি নচলে। অকল এই পৃথিৱীৰ বুকুতেই নহয়, দিগন্ত বিস্তৃত মহাসমুদ্ৰৰ বুকুতো চিহ্নিত হৈ আছে জাহাজ চলাচলৰ পথ, মহাকাশৰ বুকুত আছে বিমানৰ নিৰ্দিষ্ট যাত্ৰাপথ। পথ নাই মাথো মানুহৰ জীৱনৰ। ক'ত কেতিয়া মানুহৰ জীৱনে মোৰ লয়, কোনোৱে নাজানে।

কেইটোপালমান তপ্ত অশ্ৰু ৰীতাৰ দুগালেদি বৈ আহি নিজৰাৰ শীতল পানীৰ ওপৰত পৰি মিলি গ'ল।

: ৰী....ৰী....তা'—হঠাৎ কিকুচিৰ সুতীক্ষ্ণ কণ্ঠস্বৰ ৰীতাৰ কৰ্ণগোচৰ হ'ল।

ৰীতা তত্তাতৈয়াকৈ পাৰলৈ উঠি আহিল। ইতিমধ্যে কিকুচিয়ে আৰু কেইবাবাৰো চিঞৰা শুনিবলৈ পালে। ৰীতা দ্ৰুত পদক্ষেপেৰে আগ বাঢ়িল। কিছু দূৰ আগবঢ়াৰ পিছতেই বিপৰীত ফালৰ পৰা কিকুচিক লৰি অহা দেখা পালে। উধাতু খাই লৰি আহিছে।

ৰীতা বৈ গ'ল। কিকুচি ওচৰ চাপি ঘন ঘন উশাহ লৈ নানান অংগী ভংগীৰে আৰু তাৰ ভাষাৰে ৰীতাক কিবা বুজাবলৈ চেষ্টা কৰিলে। ৰীতাই বুজিলে যে সি কিবা এক অদ্ভুত বস্তু দেখি আহিছে। কিন্তু কি দেখিছে ৰীতাক সি বুজাব পৰা নাই।

কিকুচিয়ে ৰীতাৰ হাতত ধৰি টানিবলৈ ধৰিলে। দুয়ো অৰণ্যৰ মাজে মাজে লৰি লৰি আগবাঢ়িল। অনেক দূৰ আগবাঢ়ি যোৱাৰ পিছত কিকুচি এঠাইত

হ'ল আৰু অনতি দূৰত থকা সৰু পাহাৰ দুটালৈ সি বীতাক উদ্দেশি আঙুলিয়াই দেখুৱালে। তাৰ চকুৰে মুখে কিবা যেন এক আতংকৰ চিন। বীতাই পুনৰ আগবাঢ়িবলৈ ইংগিত দিলে।

মুখেৰে কিবা কিবি বিৰবিৰাই সি এহাতেৰে বীতাৰ হাতত আনখন হাতেৰে নিজৰ ডিঙিত আঁৰি ৰখা হাড়ৰ টুকুৰাটোত খামুচি ধৰি পাহাৰ দুটাৰ ফালে এখোজ দুখোজকৈ অগ্ৰসৰ হ'ল।

দুযোটা পাহাৰ বীপটোত উত্তৰা-দক্ষিণাকৈ এটা শাৰীতে অৱস্থিত আছিল। দুয়োটা পাহাৰৰ সংযোগ স্থানত গিৰি সংকটৰ দৰে এটা পথ দেখা যায়। পাহাৰ দুটাত গছগছনিতকৈ প্ৰকাণ্ড প্ৰকাণ্ড শিলেই বেছি আছিল।

দুযো পাহাৰৰ সংযোগ স্থানৰ ফালেই কিকুচি আগ বাঢ়িছিল। পাহাৰ দুটাৰ ওচৰ চপাৰ লগে লগে বীতাই দেখা পালে যে দক্ষিণৰ পাহাৰটোৰ মুৰ-টোত কেইবাটাও বৃহৎ বৃহৎ শিল টটোৰ ওপৰত সিটো থিয় হৈ কেইবাটাও গুহাৰ দৰে গাঁতৰ সৃষ্টি কৰিছে। কিছুমান পাহাৰীয়া লতাৰে গুহাৰ মুখবোৰ ঢাক খাই পৰিছে।

কিকুচিয়ে হঠাৎ বিৰাট চিঞৰ এটা মাৰি বীতাক এটা শিলৰ ফালে আঙু-লিয়াই দেখুৱালে। বীতাই শিলটোলৈ চালে। লগে লগে এটা নৰকংকাল বীতাৰ দৃষ্টিগোচৰ হ'ল। ক্ষণিকৰ বাবে হ'লেও কিংকৰ্তব্যবিমূঢ় হৈ বীতা সেই ঠাইতে থিয় হৈ ৰ'ল। কিকুচিয়ে ভীষণ ভয় খাইছিল। বীতাই এবাৰ কিকুচিৰ মুখলৈ চাই শিলবোৰ বগাই ওপৰলৈ উঠিবলৈ চেষ্টা কৰিলে। তাকে দেখি কিকুচিয়ে বাধা দিলে আৰু মুখেৰে অবোধ্য শব্দ কিছুমান উচ্চাৰণ কৰি বীতাক বুজাবলৈ চেষ্টা কৰিলে। কিকুচি যিমানে সাহসী, এইবোৰ ক্ষেত্ৰত সি সিমানে ভয়াতুৰ। বীতায়ো তাক বুজাবলৈ চেষ্টা কৰিলে যে তাত ভয়ৰ একো কাৰণ নাই। কিবা অপদেৱতা থাকিলেও তাই সিহঁতক ভয় নকৰে; বৰঞ্চ সেই-বোৰেহে তাইক ভয় কৰিব। কিকুচিয়ে অবাক দৃষ্টিৰে বীতাৰ মুখলৈ চাই ৰ'ল। অকনো সময় নষ্ট নকৰি বীতাই পুনৰ শিল বগাবলৈ ধৰিলে।

তলৰ শিলটোৰ ওপৰভাগতে পৰি আছিল এটা নৰকংকাল। কংকালটোৰ কিছুমান অংশ তলত খহি পৰিছে। হয়তো বহু দিনৰ পৰাই তাত পৰি আছে। কিছু সময় কংকালটোলৈ বীতাই এক দৃষ্টিৰে চাই ৰ'ল। কংকালটোৰ সম্পৰ্কে একো ধাৰণা কৰিবলৈ বীতা সক্ষম নহ'ল।

এনেতে কিকুচিও ওপৰলৈ উঠি আহিল। বীতাই কিকুচিক নিজেই ওচৰলৈ

মাতিলে। এহাতেৰে বুকুত বাঁধি লোৱা হাঁড়ৰ টুকুৰাটোত খামুচি ধৰি কিকুচি এখোজ দুখোজকৈ আগবাঢ়ি গৈ ৰীতাৰ ওচৰত থিয় হ'ল। ৰীতাই কিকুচিৰ হাতৰ পৰা যাঠীডাল লৈ কংকালটো লৰাই চালে। আলফুলকৈ লাগি থকা অংশবোৰ কংকালটোৰ পৰা বিচ্ছিন্ন হৈ শিলটোৰ পৰা বাগৰি তলত পৰিল।

কিবা সূত্ৰ পোৱাৰ আশাত ৰীতাই আৰু দুটামান শিল বগাই ওপৰলৈ উঠিল। পাহাৰৰ গাত গুহাৰ দৰে বহল মুখৰ গাঁত এটা দেখি ৰীতাই কিকুচিক ওপৰলৈ মাতিলে। কিকুচিৰ ইতিমধ্যে যথেষ্ট ভয় লাগিছিল। জপিয়াই জপিয়াই সি ওপৰলৈ উঠি গ'ল। ৰীতাই তাক গুহাৰ মুখখন দেখুৱাই পৰিষ্কাৰ কৰিবলৈ ইংগিত দিলে। কিকুচিয়ে লতাবোৰ টানি আজুৰি গুহাৰ মুখখন কিছু পৰিস্কাৰ কৰিলে। তাঁৰ পিছত ৰীতাই হাতৰ যাঠীডালেৰে লতাবোৰ আঁতৰাই এখোজ দুখোজকৈ ভিতৰফাললৈ সোমাই গ'ল।

গুহাৰ অভ্যন্তৰ ভাগ যথেষ্ট অন্ধকাৰ। ভিতৰলৈ সোমাই যাওঁতে ৰীতাৰ যথেষ্ট ভয়ো লাগিছিল। কিকুচিকো লগে লগে আহিবলৈ ইংগিত দি ৰীতাই গুহাৰ শহটা বেৰবোৰ খেপিয়াই খেপিয়াই চালে। হাতত এডাল জোঁৰ বা কিবা পোহৰৰ ব্যৱস্থা থকা হ'লে ভাল আছিল। কেতিয়াবা এনে ধৰণৰ গুহাবোৰত হিংস্ৰ জন্তু বিষাক্ত সাপ বা ভয়ানক কীট পতংগই আশ্ৰয়। ৰীতাই তেনে কাহিনী অনেক শুনিছে। অৱশ্যে গুহাৰ সমুখভাগ আবৃত হৈ থকা লতাবোৰ দেখি ৰীতা নিশ্চিত যে গুহাৰ ভিতৰত কোনো ধৰণৰ জন্তুৱে আশ্ৰয় লোৱা নাই। সাপ আদি অৱশ্যে থাকিব পাৰে, যদিহে দ্বীপটোত সাপ আছে।

যাঠীডালেৰে সমুখলৈ খৰিয়াই খৰিয়াই ৰীতা আগবাঢ়ি গৈ থাকিল। এনেতে ভৰিত কিবা এটা লগাত ৰীতাই খেপিয়াই খেপিয়াই চালে। মানুহৰ কংকাল যেনেই লাগিল। অকনো ভয় নকৰি ৰীতাই কংকালটো গুহাৰ বাহিৰলৈ টানি আনিলে। তাকে দেখি কিকুচিয়ে আতংকত চিঞৰি উঠিল আৰু জপিয়াই জপিয়াই তলত উপস্থিত হ'লগৈ। তলৰ পৰা সি চিঞৰি চিঞৰি ৰীতাক নামি আহিবলৈ ক'লে। ৰীতাই তাৰ কথাত গুৰুত্ব নিদি গুহাটোৰ ভিতৰলৈ পুনৰ সোমাই গ'ল।

ৰীতাৰ মনত এটা দৃঢ় ধাৰণা হ'ল যে এই কংকাল দুটা নিশ্চয় কোনো দ্বীপবাসী বা উপজাতিৰ নহয়। এয়া নিশ্চয় কোনোবা সভ্যদেশৰ পৰা অহা মানুহৰ কংকাল। ইয়াৰ নিশ্চয় ৰহস্য থাকিবই লাগিব। আন্ধাৰতে গুহাৰ ভিতৰত ভালকৈ বিচৰাৰ পিছত ৰীতাই আৰু এটা কংকাল, দুটা বন্দুক আৰু চামৰাৰে তৈয়াৰ এটা বেগ পালে। বন্দুক দুটাৰ লগতে বেগটো লৈ ৰীতা ওলাই আহিল।

বন্দুক দুটা সম্পূৰ্ণ নষ্ট হৈ গৈছে। কাঠৰ অংশবোৰৰ সাৰ মাত্ৰও নাই।

লোহাৰ নলী দুডালো মামৰে সম্পূৰ্ণ খাই পেলাইছে। বন্দুক বুলি কোনোমতেহে চিনিব পাৰি। চামৰাৰ বেগটো সম্পূৰ্ণ বন্ধ। শিকলি এডালেৰে কেইবা পাক দি বান্ধি থোৱা আছে। ভিতৰত কিবা বস্তু থকা যেন অনুমান হ'ল। হেণ্ডেলৰ পৰা বেগটো কোনোমতেহে ওলমি আছে। শিকলি ডালৰো অৱস্থা নাই।

বীতাই ওপৰৰ পৰা কিকুচিলৈ চালে। কিকুচিয়ে অবাক দৃষ্টিৰে বীতাৰ হাতৰ বেগটোলৈ চাই আছে। বীতাই ওপৰৰ পৰা বেগটো তললৈ পেলাই দিলে। পাতল কাগজৰ দৰে চামৰাৰ বেগটো ফাটি কেইবা টুকুৰা হ'ল। কিকুচি লগে লগে সেই ঠাইৰ পৰা দুখোজ পিছুৱাই গ'ল। বীতা তললৈ নামি আহিল। আৰু হাতৰ যাঠীডালেৰে বেগটোৰ হেণ্ডেলত ধৰি দাঙি দিয়াত ফটা অংশইদি ভিতৰৰপৰা কিছুমান বস্তু ওলাই পৰিল। তাৰ ভিতৰত এখন ডায়েৰী, এখন দীঘল ছুৰী কটাৰী, কেইটামান টেঁকা, এটা দূৰবীন আৰু অনেক বটল পালে।

ছুৰীখন আৰু টেঁকাবোৰো সম্পূৰ্ণ ব্যৱহাৰৰ অনুপযোগী হৈ আছে। দূৰ-বীনটোৰো একেই অৱস্থা। ডায়েৰীখনৰ আখৰবোৰ পঢ়িব পাৰি যদিও প্ৰায় বোৰ পাতেই নষ্ট হৈ গৈছে। হয়তো বাহিৰত থকা হ'লে চিন চাবেই নাখাকিল-হেঁতেন। চামৰাৰ বেগৰ ভিতৰত সযত্নে ৰখা আছিল কাৰণেই ইমান দিন তিষ্ঠি আছে। তাৰ পিছত এটা এটাকৈ বটলবোৰ হাতত লৈ চালে বীতাই। সেইবোৰৰ বৰণেই প্ৰায় সলনি হৈ গৈছে।

অৱশেষত বীতাই অকল ডায়েৰীখনকে লৈ সেই ঠাইৰপৰা উভতিল।



## ॥ আঠ ॥

ধৰটোৰ আগফালে বহি ৰীতাই ডায়েৰীৰ পাত লুটিয়ালে। ইংৰাজী ভাষাত লিখা ডায়েৰী। ডায়েৰী লেখকৰ নাম ৰোণাল্ড হিল। ইংলণ্ডৰ লোক। প্ৰায় সোতৰ বছৰৰ আগতে লিখিছিল এই ডায়েৰী। ৰীতাই বৰ মনোযোগেৰে ডায়েৰী-খন পঢ়িবলৈ ধৰিলে। ডায়েৰীখনৰ মাজৰ কিছুমান পাত সম্পূৰ্ণ নষ্ট হৈ গৈছে নাইবা ঠায়ে ঠায়ে আখৰবোৰ অস্পষ্ট। ডায়েৰীখনো অসম্পূৰ্ণ। তাত লিখা আছিল এনেদৰে,—

"ভবাই নাছিলোঁ আমি এনে এক দুৰ্যোগৰ মাজত পৰিম নতুন দ্বীপৰ সন্ধানত আহি আমি মাজ সাগৰত পথ হেৰুৱালো। ........অকূল সমুদ্ৰৰ মাজত দিশহাৰা হৈ ঘূৰি ফুৰা আজি তেৰ দিন হ'ল। ........জাহাজৰ নাবিকসকলৰ মাজত ইতিমধ্যে এক অচিন ৰোগে দেখা দিছে। ইতিমধ্যে দুজন মৃত্যুমুখত পৰিল। ........আজি নাবিক আৰু জাহাজৰ অন্যান্য কৰ্মীসকলে মোৰ বিপক্ষে থিয় দিলে। তেওঁলোকৰ বিবেচনাত মই আৰু মোৰ ঘনিষ্ঠ বন্ধু তথা এই যাত্ৰাৰ সহযোগী পিটাৰ বেইলী সকলো গণ্ডগোলৰ বাবে দোষী হ'লোঁ। তেওঁলোকে আমাক জাহাজতে হত্যা কৰিব বিচাৰিছিল। অনেক কাকুতি মিনতি কৰাৰ পিছত তেওঁলোকে আমাক প্ৰাণে নামাৰি এখন নাৱত তুলি দি মাজ সমুদ্ৰত এৰি দিলে। ........এতিয়া একমাত্ৰ ভাগ্যই ভৰষা। আমাক তেওঁলোকে এসপ্তাহৰ খাদ্য দিছিল। নাওখন যেনিয়েই আগবাঢ়িছিল আমি যাবলৈ দিছিলোঁ। কাৰণ কেনি গ'লে আমি অকণমান মাটি দেখা পাম, সেয়া চিন্তা কৰিবলৈ আমাৰ অকণো সামৰ্থই নাছিল। পিটাৰ সম্পূৰ্ণ ভাগি পৰিছিল। ......সাগৰৰ পানী খাব নোৱাৰি। কপাল ভাল, নিশা সাংঘাতিক বৰষুণ হৈছিল। নাৱত জমা হোৱা বৰষুণৰ পানীকে পিয়াহত খাব লগা হৈছিল।

...আজি পুৱা চকু মেলিয়েই হঠাৎ মাটি দেখা পাই মই চিঞৰি উঠিলোঁ আনন্দত। মোৰ চিঞৰত পিটাৰৰো টোপনি ভাগিল। কেইশমান গজ আঁতৰৰ গছ-গছনিৰে ভৰা সেউজীয়া দ্বীপটো মই পিটাৰৰ আঙুলিয়াই দেখুৱালোঁ। ...... আমি দুয়ো দ্বীপটোৰ অভিমুখে নাওখন চলাই নিবলৈ পাৰ্যমানে চেষ্টা কৰিলোঁ। কিন্তু সেই দ্বীপটো আছিল নৰখাদকৰ দ্বীপ। নাৱৰ পৰাই দেখিবলৈ পালোঁ

শ শ নৰখাদকে পাৰত শাৰী পাতি থিয় হৈ আমাৰ আপ্যায়নৰ বাবে অপেক্ষা কৰি আছে। ভয়ত লগে লগে আমি নাও ঘূৰালোঁ। নৰখাদকৰ হাতত বীভৎস ভাবে প্ৰাণ দিয়াতকৈ সাগৰৰ বুকুতে আত্মজাহ যোৱাই ভাল। হাতত আমাৰ দুটা বন্দুক আৰু অনেক গুলিও আছিল। কিন্তু গুলিয়াই সিহঁতৰ কিমান হত্যা কৰিম?........আৰু দুটা দিন দুটা নিশা পাৰ হ'ল সাগৰৰ বুকুত। দিনৰ প্ৰখৰ ৰ'দ আৰু নিশা ৰৰষুণ নাইবা প্ৰচণ্ড শীত তদুপৰি অত্যন্ত মানসিক চাপৰ ফলত আমি প্ৰায় বলিয়াৰ দৰে হৈ পৰিছিলোঁ........হঠাৎ দেখা পালোঁ আন এটা দ্বীপ। গছ-গছনিৰে আবৃত এই সেউজবুলীয়া দ্বীপটো দেখি আমি এইবাৰ আনন্দত উত্ৰাৱল নহ'লো। হয়তো এই দ্বীপটোও নৰখাদকৰ বাসস্থান হ'ব পাৰে। অৱশ্যে পাৰত আমি আগৰবাৰৰ দৰে এটা নৰখাদককো দেখা নাপালোঁ। ......প্ৰথমতে দ্বীপটোৰ কাষ চাপি দ্বীপটোৰ পাৰে পাৰে নাও ঘূৰাই অনেক দূৰ গ'লোঁ। এডোখৰ ঠাইত বুকুত সাহ সঞ্চয় কৰি আমি দুয়ো নামিলোঁ। সেই নিশাটো আমি দুৰুলি উপকূল ভূমি ভাগতে কটাই দিলোঁ। ..... দ্বীপটোত এটিও নৰমানুহ নাই। এই কথাত আমি আচৰিত হ'লোঁ। অপৰ্যাপ্ত ফল মূল, তদুপৰি নিৰীহ জীৱজন্তু দ্বীপটোত অনেক দেখিলোঁ। খাদ্যৰ অভাৱত ইয়াত কোনোৱে নমৰে নিশ্চয়। তেন্তে ইয়াত জনপ্ৰাণী এটিও নাই কিয়? ওচৰৰ দ্বীপ সমূহত মানুহ আছে সেয়া আমি স্বচক্ষে প্ৰমাণ পাই আহিছোঁ। কিন্তু এনে এটি সুন্দৰ দ্বীপত মানুহ নথকাৰ কি কাৰণ থাকিব পাৰে? ওচৰৰ দ্বীপৰ অধিবাসীবোৰে ইয়াত থাকিবলৈ কিয় মন মেলা নাই? ....সৰু পাহাৰটোৰ এমূৰত এটা সুন্দৰ গুহা আৱিষ্কাৰ কৰিলোঁ আৰু সেই গুহাটোকে আমি দুয়োজনে বাসোপযোগী কৰি ল'লোঁ। সভ্য জগতলৈ হয়তো আমি কোনোকালেই উভতি যাব নোৱাৰিম। আমাৰ দুয়োৰে দেহাৰ ইয়াতে অৱসান ঘটিব। এই নিৰ্জন দ্বীপটোত। এই দুজন দুৰ্ভগীয়াৰ কথা সভ্যজগতৰ লোকে গমেই নাপাব। বিনা দোষত আমি নিৰ্বাসিত। পিটাৰৰ কাৰণে দুখ লাগে। ........অৱশেষত ৰহস্য বাহিৰ কৰিবলৈ সক্ষম হ'লোঁ। এসময়ত এই দ্বীপটো জলদস্যুবোৰৰ ঘাটি আছিল। এই জলদস্যুবোৰে সাগৰৰ বুকুত আন জাহাজ আক্ৰমণ কৰি গোটোৱা মণি-মুকুতা, ধন সম্পত্তিবোৰ ইয়াতে ৰাখিছিল। পূৰ্বে ইয়াতো কিছুমান উপজাতি হয়তো আছিল। কিন্তু জলদস্যু-বোৰেই সিহঁতৰ অনেকক হত্যা কৰে আৰু অনেক পলাই যায়। দ্বীপটোত বিচাৰিলে পাহাৰৰ গুহাত হয়তো এতিয়াও জলদস্যুবোৰে লুকুৱাই ৰখা ধন সম্পত্তি পোৱা যাব। কিন্তু সেইবোৰ বিচৰাৰ আগ্ৰহ নাছিল আমাৰ। ........হঠাৎ দেখা পালোঁ, সাগৰৰ কাষৰ পৰা পিটাৰ মোৰ ফালৈ লৰি আহিছে। মই গুহাৰ সন্মুখতে ৰহি অতীতৰ স্মৃতি ৰোমন্থন কৰি আছিলোঁ। পিটাৰে দূৰৰ পৰাই চিঞৰি চিঞৰি বন্দুক দুটাৰ সৈতে মোক সাগৰৰ পাৰলৈ আহিবলৈ

ক'লে। কিবা অজান বিপদৰ কথা চিন্তা কৰি মই ভতাতৈয়াকৈ বন্দুক দুটা হাতত লৈ পিটাৰৰ লগে লগে পুনৰ সাগৰৰ পাৰলৈ লৰ দিলোঁ। সাগৰৰ পাৰত থিয় হৈ দেখিলোঁ প্ৰায় ছয় সাতখন মান নাৱত এজাক উপজাতি দ্বীপটোৰ ফালে চিঞৰ বাখৰ কৰি আহি আছে। সিহঁতৰ বেশভূষা দেহ সজ্জা আছিল বীভৎস ভয় লগা। নাৱৰ পৰা সিহঁতে আমাক দেখা পাই আনন্দত কিৰিলি পাৰিছিল। দ্ৰুত গতিৰে নাওবোৰ আমাৰ ফালে আগুৱাই অহা দেখি বুজিবলৈ বাকী নাথাকিল যে সিহঁতে আমাক আক্ৰমণ কৰিবলৈ আহিছে। প্ৰথমতে ময়ে এজাই গুলি এৰিলোঁ সিহঁতলৈ লক্ষ্য কৰি। তাৰ পিছত পিটাৰেও এৰিলে। হঠাৎ সিহঁতৰ চিঞৰ বাখৰবোৰ স্তব্ধ হৈ গ'ল। আমাৰ গুলিত বোধহয় দুজনমান ঘাইল হৈ নাৱত পৰি গৈছিল। তদুপৰি বন্দুকৰ শব্দই সিহঁতক অবাক কৰিছিল। মই আৰু দুজাঁই গুলি এৰিলোঁ। নাৱৰ পৰা দুটা বাগৰি সাগৰত পৰি যোৱা দেখা পালোঁ। এইবাৰ সিহঁতে আনন্দৰ পৰিবৰ্তে আতংকৰ চিৎকাৰ কৰিবলৈ ধৰিলে। লগে লগে নাওবোৰ ঘূৰিল। ........আজিও আহিছিল সিহঁত। আজি সংখ্যাত সৰহ। সিহঁত দ্বীপটোত নাও চপোৱাৰ পূৰ্বেই আমি গুলিয়াই ছিলোঁ। আজি প্ৰায় সাত আঠজনমান মৰিল। এখন নাৱত গুলি লাগি ফুটা হৈছিল হ'বলা। নাৱৰ সৈতে কেইনাজনবো সলিল সমাধি ঘটিল। ভীষণ ভয় খালে হবলা আজি সিহঁতে। ........কিয় জীয়াই আছোঁ আমি? অনাবশ্যক কোনোবা জীয়াই থাকিব পাৰে নেকি? সূৰ্য উদয় হয় আৰু অস্ত যায়। ভাবিছিলোঁ, কোনোবা এদিন নিশ্চয় আমি উদ্ধাৰ পাম। কোনোবা সাগৰীয় ও জাহাজৰ দৃষ্টিত আমি পৰিম নিশ্চয়। কিন্তু ক'ত ?........ভাবো কেতিয়াবা আত্মহত্যা কৰাৰ কথা। এই নিঃসংগ দ্বীপটোত জীয়াই থকাৰ ইচ্ছা একেবাৰে নাইকিয়া হৈ গৈছে। পিটাৰ আৰু মই, মই আৰু পিটাৰ। ........দিনে দিনে পিটাৰক বেছি দুৰ্বল হোৱা যেন লাগিছে। বোধহয় আহাৰৰ কাৰণেই। নিতৌ ফলমূলবোৰ খাই খাই ভাল নলগা হৈছে। কেচা মঙহ বা মাছ খাবই নোৱাৰো। ....পিটাৰৰ ভীষণ জ্বৰ। কিন্তু কৰিবলগীয়া বা আছে কি? ঔষধ পাতি, পথ্য এইবোৰতো অলীক কল্পনা। গুহাটোৰ ভিতৰতে গছৰ পাতেৰে সুন্দৰকৈ বিছনা এখন কৰি দি পিটাৰক শুৱাই থ'লোঁ। পিটাৰৰ আৰোগ্যৰ কাৰণে ঈশ্বৰক প্ৰাৰ্থনা কৰাৰ বাহিৰে আন উপায় নাই। .......গোটেই নিশাটো পিটাৰে প্ৰলাপ বকিছিল। দেহৰ তাপো প্ৰচণ্ড বাঢ়িছে। একোকে খাব নোখোজে; খালেই বমি কৰে। মই নিৰুপায়....। —পিটাৰৰ মৃতদেহটো গুহাৰ ভিতৰতে ভালদৰে শুৱাই থৈ মই আহি গুহাৰ বাহিৰত বহিলোঁ। যিবা এজন সংগী আছিল তেওঁ। আঁতৰি গ'ল। এতিয়া......এতিয়াও বাচি থকাৰ ইচ্ছা আছেনে মোৰ? নাই, তিলমানো

ইচ্ছা নাই। আমাৰ জাহাজৰ বন্ধুইঁতে জাহাজতে হত্যা কৰি সাগৰত পেলাই দিয়া হ'লে ভাল আছিল। কিন্তু আমি তিল তিলকৈ নিঃশেষ হোৱাৰ পথ বাচি ল'লোঁ। এই ডায়েৰীখন কোনোবাই কেতিয়াবা ইয়াত হয়তো পাবহি। মোৰ দৃঢ় বিশ্বাস, কোনোবাই এদিন নিশ্চয় আমাৰ এই নিকৰুণ মৃত্যুৰ কথা জানিব। যিজনে এই ডায়েৰী পঢ়িব তেওঁলৈ মোৰ কাতৰ অনুৰোধ আমাৰ দেহৰ অৱশিষ্ট কণো যদি তেওঁলোকে পায়, যদি পাৰে আমাৰ জন্মভূমি ইংলণ্ডলৈ নি কফিন দিয়াৰ ব্যৱস্থা কৰে, নাইবা এই দ্বীপতে যেন সেই ব্যৱস্থা কৰে। ইংলণ্ডৰ দুজন অখ্যাত ব্যক্তি ৰোণাল্ড হিল আৰু পিটাৰ বেইলী, কেতিয়া ক'ত নিঃশেষ হ'ল সভ্য জগতৰ কোনোৱে গমকে নাপালে। মোৰ এই শয়ন যেন চিৰ শয়ন হয়। বাহিৰত মই আৰু ভিতৰত পিটাৰ বেইলী।"

তাৰ পিছত ডায়েৰীৰ পাতবোৰত আৰু এটা শব্দও লিখা নাই। বীতাই ডায়েৰীখন বন্ধ কৰি সমুখৰ সমুদ্ৰলৈ চালে। চকু দুটা চলচলীয়া হৈ পৰিল। হয়তো ৰোণাল্ড হিলে আত্মহত্যা কৰিলে নাইবা অনাহাৰেই পৰি থাকিল শিল-টোৰ ওপৰত।

কাষতে নাৰিকল চোবাই থকা কিকুচিয়ে অবাক হৈ বীতাৰ মুখলৈ চালে। বীতা থিয় হ'ল আৰু ডায়েৰীখন ঘৰৰ ভিতৰত থৈ পুনৰ ওলাই আহিল। হাতত যাঠী আৰু দাখন। বীতাই কিকুচিক ইংগিতেৰে ওচৰলৈ মাতি অংগী ভংগী কৰি কিবা বুজালে। কিকুচি বীতাৰ ওচৰলৈ নৰি আহিল আৰু দাখন আৰু যাঠীডাল বীতাৰ হাতৰ পৰা ল'লে।

বীতা আগবাঢ়িল, পিছে পিছে কিকুচি।

ৰোণাল্ড হিল আৰু পিটাৰ বেইলীৰ কংকাল দুটাৰ ওচৰলৈ পুনৰ গৈ বীতাই অত্যন্ত কৰুণ দৃষ্টিৰে কংকাল দুটালৈ চালে। বুকুখন এক অব্যক্ত বেদনাত যেন বিষাই উঠিল। টপ টপকৈ কেইটোপান চকুলো গালৰ ওপৰেদি বাগৰি আহি তলত পৰিল। ওঠ দুটা কঁপি উঠিল। নীৰৱ কান্দোনে বাধা নামানি ওলাই আহিব খুজিছে।

তাৰ পিছত বীতাই কিকুচিক বুজাই দিলে সেই ঠাইতে দুটা দীঘল গাঁত খান্দিবলৈ। কিকুচিয়ে নুবুজিলে। বীতাই দেখুৱাই দিলে। এডোখৰ কোমল ঠাই বিচাৰি হাতৰ যাঠী ডালেৰে মাটিবোৰ খুচি খুচি হাতেৰে গাঁতৰ কৰিলে। এটা গাঁত খান্দোতেই অনেক সময় লাগিল। অনেক বেলিৰ মূৰত সাধাৰণ ভাবে দুটা গাঁত খন্দা হ'ল। তাৰ পিছত কংকাল দুটা বীতাই আলফুলকৈ তুলি আনি দুয়োটা গাঁতত শুৱাই দি পুনৰ মাটিৰে পুতি পেলালে। তাৰ পিছত বীতাই সেই ঠাইত থিয় হৈ চকু দুটা মুদি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে দুয়োৰে আত্মাৰ সদ্‌গতিৰ কাৰণে।

অবাক হ'ল কিকুচি। এনে নাভূত নাশ্রুত কাণ্ড কাৰখানা সি কাহানিও দেখা নাই। সি ৰীতাৰ কাৰ্য কলাপবোৰ দেখি ভয়হে খালে। ৰীতাই তাক বুজাবলৈ চেষ্টা কৰিলে যে এই দুটা কংকালো এসময়ত সিহঁতৰ দৰেই মানুহ আছিল। বহু দিনৰ আগতে তেওঁলোকে এই দ্বীপত ভৰি দিছিল। আৰু ইয়াতে তেওঁলোক মৰিল। মানুহ মৰিলে এনেদৰে ৰখাটো নিয়ম। সেই কাৰণেই এই কংকাল দুটা এনেদৰে তাই ৰাখিলে। কিকুচিয়ে বোধহয় ৰীতাৰ কথাবোৰ বুজি নাপালে। সি এক ভয়ার্ত দৃষ্টিৰে কংকাল দুটা পুতি ৰখা ঠাই খণ্ডলৈ চাই ৰ'ল।

নৰখাদকৰ সন্তান হৈ কিকুচিয়ে কংকাল দুটা দেখি ইমান ভয় কিয় খাইছে বুজি নাপালে।

বেছি সময় তাত অপেক্ষা নকৰি দুয়ো সেই ঠাইৰ পৰা উভতিল। ৰীতাই নিজৰা এটাত ভালদৰে গাটো ধুই ল'লে। কিকুচিকো ধুৱালে আৰু কথা বাৰ্ত্তা, ধেমালিৰ মাজেদি কিকুচিৰ মনৰ পৰা সেই ভাব পাহৰাবলৈ ৰীতাই চেষ্টা কৰিলে। নহ'লে হয়তো তাৰ মনত আন প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ব পাৰে। ৰীতা মন.বিশেষজ্ঞ নহ'লেও এই কথা বুজি পাইছিল।

ৰোণাল্ড ছিল আৰু পিটাৰ বেইলিৰ কথাই ৰীতাক সম্পূৰ্ণ নিৰাশ কৰি তুলিছিল। তেওঁলোকেও নিশ্চয় এই দ্বীপৰপৰা ভয়ংকৰ বন্দী জীৱনৰ পৰা মুক্তি বিচাৰি এই সমুদ্ৰৰ পাৰত বহি দিনৰ পিছত দিন পাৰ কৰিছিল, জানোচা কেতিয়াবা কাৰোবাৰ জাহাজ দেখা পায় আৰু সেই জাহাজৰ নাবিকৰ চকুত জানোচা তেওঁলোক পৰেই। কিন্তু কোনো নাহিল তেওঁলোক উদ্ধাৰ কৰিবলৈ ইয়ালৈ দুটি জীৱন সকলোৰে অজানিতে নীৰৱেই শেষ হৈ গ'ল।

ৰীতাও আজি নিৰ্বাসিতা। মানুহৰ দ্বাৰা নহ'লেও ঈশ্বৰৰ দ্বাৰা নিৰ্বাসিতা তাই। এই দ্বীপৰ পৰা মুক্তিৰ কথা এদিন ভাবিছিল তাই। কিন্তু এই দুটা দিনতে তাই বুজিলে যে এইবোৰ সকলো নিৰৰ্থক। ৰোণাল্ড ছিল বা পিটাৰৰ দৰেই প্ৰাণ হেৰুৱাব লাগিব এই দ্বীপতে। দুটা দিন বেছিকৈ বাচি থকা নাইবা দুটা দিন সোনকালে মৰা—ইয়াৰ অৰ্থ একেটাই।

কিকুচিক লৈ তাই সংসাৰ পাতিব। সিহঁতৰ ল'ৰা-ছোৱালী হ'ব। এই দ্বীপৰ ভৱিষ্যত বংশধৰ হ'ব সিহঁত। এই সুন্দৰ পৃথিৱীখন তাইৰ সন্তি-সন্ততিৰে ভৰি পৰিব। কিকুচি আৰু তাই যেন আদম আৰু ইভ্।

ৰীতাই কিকুচিলৈ চালে। সি সাগৰৰ পাৰে পাৰে কেকোৰা বিচৰাত ব্যস্ত। সি কেকোৰা খাই বৰ ভাল পায়। সেইবোৰ খালে ৰীতাৰ বমি আহে। এতিয়াও সেইবোৰ কেঁচাই খোৱাত অভ্যস্ত হোৱা নাই। সেইবোৰ খোৱাতকৈ কলামূল খোৱাই ভাল। মাজে মাজে অৱশ্যে ৰীতাই কেঁচা মাছ বা মাংস খাবলৈ চেষ্টা কৰে।

ইতিমধ্যে অনেক দূৰ আগুৱাই গৈছে কিকুচি। ৰীতা বহাৰ পৰা উঠি নিজৰাৰ ফালে আগুৱাই গ'ল। নিজৰাৰ পাৰতে আঠু কাঢ়ি বহি নিজৰ প্ৰতি-বিম্বটোলৈ আগ্ৰহেৰে চাই ৰ'ল কিছু সময়। নিজৰাৰ চঞ্চল বাৰিধাৰাত কম্পমান প্ৰতিবিম্বটো স্পষ্ট দেখা নগৈছিল। কিমান দিন যে নিজৰ মুখখন ভালকৈ দেখা নাই। ৰীতাই অনুমান কৰিলে গাল দুখন যেন যথেষ্ট সোমাই গৈছে চকু দুটিও কোটৰাগত। এই কেইটা দিনতে কিমান যে স্বাস্থ্যৰ অৱনতি ঘটিছে! আইভানৰ সেই সুন্দৰী ৰূপৱতী ৰীতাভনী এতিয়া নাই।

দুইখন হাতেৰে নিজৰাৰ পানীবোৰ খেলিমেলি কৰি পেলালে ৰীতাই। ৰীতাৰ প্ৰতিবিম্ব শত সহস্ৰ খণ্ডত খণ্ডিত হ'ল। নিজৰাৰ পানীৰে মুখখন ধুই ধৰক বৰক খোজেৰে আগুৱাই আহি সমুদ্ৰৰ পাৰৰ নাৰিকল গছ এজোপাৰ তলত বহিল। ভৰি দুখন সমুখলৈ মেলি দি উদাস দৃষ্টিৰে সমুদ্ৰৰ উত্তাল তৰংগমালালৈ চাই ৰ'ল। উজ্জ্বল নীলাকাশৰ বুকুত তুলাৰ দৰে শুভ্ৰ মেঘৰ শোভাযাত্ৰা চলিছে সমস্ত দিন। মেঘৰ ছাঁ পৰে দ্বীপটোত সমুদ্ৰৰ বুকুত। সেইবোৰকে চাই চাই ৰীতাই সময়বোৰ পাৰ কৰিলে।

অলপ টোপনি টোপনি ভাব আহিছিল ৰীতাৰ। চকু দুটা মুদ খাই আহি-ছিল আপোনা আপুনি। চকুৰ আগৰ সাগৰখন, আকাশৰ মেঘবোৰ সকলো-বোৰেই যেন ক্ৰমাৎ অস্পষ্ট হৈ আহিছে। নাৰিকল গছ জোপাত সম্পূৰ্ণ গাটো এৰি দি ৰীতাই এটা দীঘলীয়া হামি মাৰিলে।

.. কিকুচিয়ে এসোপা কেকোঁৰা গোটাই আনি ৰীতাৰ ভৰিৰ ওচৰত এৰি দিলেহি। ৰীতাই ঘৃণাত নাককোচাই সেই ঠাইৰ পৰা লৰি আঁতৰি গ'ল। কিকুচিয়ে বাগৰি বাগৰি হাঁহিবলৈ ধৰিলে। ৰীতা আঁতৰি গৈ আঁতৰৰ শিল এটাত বহিল। কিকুচিয়ে কেকোঁৰাবোৰ পুনৰ গোটাই লৈ ঘৰটোৰ ফালে আগবাঢ়িল। সমুদ্ৰৰ ফালে চোৱাৰ লগে লগে হঠাৎ ৰীতাই দেখা পালে। দিগন্তৰত ধোঁৱাৰ ৰেখা। ৰীতাই কৌতুহলেৰে চাই ৰ'ল। সেয়া ধোঁৱানে নেৰ? বহু সময়ৰ পিছত সাগৰৰ বুকুত যেন এটা ক'লা বিন্দুৰ সৃষ্টি হ'ল। ৰীতা এইবাৰ শিলটোৰ ওপৰত থিয় হ'ল আৰু এক দৃষ্টিৰে সেই বিন্দুটোৰ ফালে চাই ৰল।

বিন্দুটো যেন ক্ৰমান্বয়ে ডাঙৰ হৈ আহিছে। ৰীতা এইবাৰ নিশ্চিত হ'ল যে সেই বিন্দুটো জাহাজৰ বাহিৰে আন একো নহয়। অধীৰ আগ্ৰহ, উৎ-কণ্ঠাত ৰীতাৰ উশাহবোৰ যেন ঘন হ'বলৈ ধৰিলে। জাহাজখন যদি এইফালে আহিলহেতেন!

অৱশেষত ৰীতাই ভবাবতেই জাহাজখন দ্বীপটোৰ ফালেই আগুৱাই অহা দেখি ৰীতাই সমুদ্ৰৰ পাৰে পাৰে দৌৰি কিকুচিক চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে।

ৰিকুচি কিন্তু নাহিল। জাহাজখন যিমানে ওচৰ চাপি আহিল বীতাই সিমানে হাত জোকাৰি জোকাৰি চিঞৰিবলৈ ধৰিলে। এটা সময়ত জাহাজৰ ডেকৰ মানুহবোৰ বীতাৰ দৃষ্টিগোচৰ হ'ল। বীতা নৰিগৈ এটা শিলৰ ওপৰত উঠি জপি-য়াই জপিয়াই চিঞৰিবলৈ ধৰিলে। বোধহয় জাহাজৰ আৰোহীয়ে বীতাক দেখা পাইছিল। জাহাজৰ পৰা এখন নাও নমোৱা বীতাই দেখা পালে। বীতাই তেতিয়াও চিঞৰিবলৈ এৰা নাই। নাওখনত প্ৰায় ছজনমান লোক উঠি দ্বীপটোৰ ফালে আগুৱাই আহিল। আনন্দতে বীতাই কান্দি পেলালে। এটা দুখৰ ভয়াবহ জীৱনৰ অন্ত পৰিল। অন্ততঃ সভ্য জগতখনলৈ বীতা ঘূৰি যাব পাৰিব।

নাওখন ক্ৰমাৎ ওচৰ চাপি আহিল। বীতা শিলটোৰ ওপৰতে স্থিৰ হৈ থিয় হৈ ৰ'ল। যেন কোনোবা বিখ্যাত শিল্পীৰ দ্বাৰা নিৰ্মিত অনিন্দ্য সুন্দৰ মৰ্মৰ মূৰ্তি। নাৱৰ আৰোহী কেইজনে নাৱৰ পৰাই বীতালৈ চালে। চলচলীয়া চকু দুটা মচি বীতা শিলটোৰ পৰা নামিল আৰু ধীৰে ধীৰে আগুৱাই গ'ল সমুদ্ৰৰ একেবাৰে পাৰলৈকে।

নাৱৰ আৰোহী কেইজনৰ অবাক দৃষ্টিত বীতাই যেন অপ্ৰস্তুত হ'ল। তাইৰ তেতিয়াহে চেতনা হ'লহে কঙ্কালত মেৰিয়াই লোৱা সামান্য গছৰ বাকলিৰ বাহিৰে দেহৰ কতো অকনো আৱৰণ নাই। লাজ কি বস্তু তাইতো পাহৰিয়ে পেলাই-ছিল। হঠাৎ এই সভ্যজগতৰ মানুহ কেইজনৰ আবিৰ্ভাবৰ লগে লগে তাইৰো অন্তৰত লাজৰ উন্মেষ হ'ল। নিজক লুকুৱাব বিচাৰিলে তাই। দুয়োখন হাতেৰে বুকুখন ঢাকি তাই লৰি গ'ল নাৰিকল গছ এজোপাৰ আঁৰলৈ। গছজোপাৰ ওচৰ পাইহে তাইৰ যেন জীৱটো ঘূৰি আহিল। গছজোপাৰ আঁৰৰ পৰা চালে তাই মানুহ কেইজনলৈ। দুজন মানুহ তাইৰ ফালেই আগুৱাই আহিছে। কোনোমতে তাই ঘৰটোলৈ যাব পৰাহেঁতেন। তাইৰ সেই সভ্যজগতৰ কাপোৰবোৰ তাতে সযতনে ৰখা আছে। এনে অৱস্থাত তাইক দেখি সেই মানুহবোৰে ছাগৈ কি ভাবিছে। তাইৰ দেহৰ ৰং আৰু চুলি দেখি নিশ্চয় আদিজাতি বা বৰ্বৰ দলৰ বুলি ভবা নাই।

আগবাঢ়ি অহা মানুহ দুজনৰ কথোপকথন তাইৰ কাণত পৰিল। স্পষ্ট ইংৰাজী উচ্চাৰণ। তাইকে উদ্দেশ্যি যেন কিবা কৈছে। বীতাই নাৰিকল গছৰ আঁৰৰ পৰাই মানুহ দুজনলৈ চালে। হঠাৎ চমকি উঠিল বীতা; এয়া তাই কি দেখিছে। তাইৰ সমস্তমন এক অনাস্বাদিত আনন্দত পুলকিত হৈ উঠিল। চকুৰ যেন পলকেই নপৰিল। সমুখত থিয় হৈ আছে স্বয়ং আইভান, তাইৰ অন্তৰৰ দেৱতা। বীতাৰ দুচকু ভৰা বিস্ময়। যেন নিজৰ চকুকেই বিশ্বাস কৰিব পৰা নাই, এনেদৰে হাঁ কৰি আইভানৰ ফালে চাই ৰ'ল।

: ৰীতা !— আইভানেই পোনতে মাতিলে ।

ৰীতাই মুহূৰ্ততে যেন সকলো পাহৰি পেলালে । নাৰিকল গছৰ আঁৰৰ পৰা লৰি আহি আইভানক সাৱটি ধৰি আইভানৰ বহল বুকুত মুখ লুকুৱাই হুকহুকাই কান্দিবলৈ ধৰিলে । আইভানেও আবেগত সাৱটি ধৰিলে ৰীতাক ।

: এয়া তোমাৰ কি অৱস্থা ৰীতা ? মই যে তোমাক বিচাৰি সমগ্ৰ পৃথিৱী তোলপাৰ কৰিছোঁ । —আইভানে আৰু কিবাকিবি ক'লে ।

ৰীতাই কান্দোনৰ যেন শেষেই নহ'ব ।

: নাকান্দিবা ৰীতা, এয়া চোৱা তোমাৰ আইভান ঘূৰি আহিল । চোৱা ৰীতা মূৰ তুলি চোৱা ।

: আই ভান !—ৰীতাই আইভানৰ মুখ চুমাৰে ওপোচাই পেলালে ।

কিমান সময় যে তেনেদৰে পাৰ হ'ল দুয়োৰে কৰবাই নোৱাৰিলে । নগৰ জনৰ কথাত আইভানৰ সম্বিৎ ফিৰি আহিল ।

: আমি ব'লা যাওঁগৈ ৰীতা । তোমাৰ ইয়াত লবলগীয়া আৰু কিবা আছে ?—আইভানে সুধিলে ।

ৰীতাই মূৰ দুপিয়ালে ।

: কি ?

: মোৰ কাপোৰ । —ৰীতাই লাহেকৈ ক'লে ।

: কাপোৰ ? ব'লা ।

ৰীতা আৰু আইভান ঘৰটোৰ ফালে আগবাঢ়িল ।

: তুমি কেতিয়াবা ভাবিছিলানে ৰীতা ?—আইভানে হাঁহি সুধিলে ।

: মই তোমাৰ অপেক্ষাতে বাচি আছোঁ আইভান । ব'লা, জাহাজত উঠাৰ পিছত সকলো কম । —ৰীতাই ক'লে ।

: আমাৰ প্ৰতিদিনৰ জীৱনত হঠাৎ এনে অনেক ঘটনা ঘটে, যাৰ মাৰে আমি সাজু নাথাকো । ঘটনাৰ আকস্মিকতাই আমাৰ মনৰ চিন্তা ভাৱনা সকলোবোৰকে খেলি মেলি কৰি দিয়ে ।

ইতিমধ্যে ঘৰটোৰ ওচৰ পোৱাত ৰীতাই আইভানক বাহিৰতে ব'বলৈ কৈ ভিতৰ সোমাল । ৰীতাই ভাবিছিল কিকুচি ভিতৰত শুই আছে আৰু কিকুচিক দেখুৱাই ৰীতাই আইভানক হতবাক কৰি তুলিব । কিকুচিৰ বিষয়ে ৰীতাই আইভানক এতিয়ালৈকে এষাৰিও কোৱা নাই । কিন্তু ভিতৰ সোমাই ৰীতা আচৰিত হ'ল । কিকুচি ভিতৰত নাই । হয়তো সি কোনোবা এটা সময়ত চিকাৰলৈ ওলাই গ'ল । ৰীতাই কিকুচি বিচাৰি সময় নষ্ট কৰিবলৈ ইচ্ছা নকৰিলে । কাপোৰবোৰ উলিয়াই বাবালিকৈ পিন্ধিবলৈ ধৰিলে ।

: আ........। —হঠাৎ বাহিৰৰ পৰা অহা এক প্ৰাণকাতৰ চিঞৰত ৰীতা উচপ খাই উঠিল। তৎমুহূৰ্ত বাহিৰলৈ ওলাই দেখে যে ৰক্তাক্ত দেহেৰে যাঠী-বিদ্ধ হৈ আইভান মাটিত পৰি আছে। অদূৰত থিয় হৈ আছে কিকুচি। তাৰ চকুৰে মুখে এক বীভৎস হাঁহি, এক নাৰকীয় উল্লাস।

কাৰোবাৰ হাতৰ তোকাবণিত ৰীতাই সাৰ পাই গ'ল। চকু মেলি অবাক দৃষ্টিৰে তাই চাৰিওফালে চালে। জাহাজ, নাও আইভান সকলো অলীক সপোন মাথোন। ক'তো একো নাই। নাৰিকল জোপাৰ গাতে আওজি পাকোতে তাইৰ টোপনি গৈছিল। সন্মুখত আঠু কাঢ়ি বহি আছে কিকুচি। ৰীতাই সপোন দেখি অদ্ভুত ভাবে চিঞৰা শুনি সি শামুক বুটলিবলৈ এৰি লৰি আহিছে ৰীতাৰ ওচৰলৈ। সি ইংগিতেৰে ৰীতাক কিবা হৈছে নেকি সুধিলে। ৰীতাৰ কাৰ্য-কলাপত সি ভীষণ ভয় খাইছে। কাৰণ ৰীতাই কিছুমান ভয়ানক কাম কৰিছে। এনেদৰে নৰকংকাল চোৱা উচিত নহয়। সিহঁতৰ জাতিৰ মংগল চাওঁতা বুমা-য়াইহে নৰকংকাল চুব পাৰে। তাকো প্ৰথমতে নৰকংকালৰ মুখত অলপ 'ডাবুই' ঢালি ল'লেহে নৰকংকালে প্ৰতিশোধ নলয়। নহ'লে সিহঁতে জীৱিত মানুহৰ ওপৰত ভীষণ প্ৰতিশোধ লয়। জীৱিত মানুহৰ দৰেই ইহঁতেও ডাবুই ভাল পায় 'ডাবুই' ফলৰ ৰসেৰে তৈয়াৰ কৰা এবিধ মদ। সাধাৰণতে নৰকংকালবোৰ হেনো নিদ্ৰিত অৱস্থাত থাকে আৰু সেইদৰে থাকিয়েই সিহঁতে ভাল পায়। মানুহে চুলেই সিহঁতৰ টোপনি ভাঙে আৰু টোপনি ভাঙোতাজনৰ ওপৰত ভীষণ প্ৰতি-শোধ লয়। ৰীতাই সিহঁতৰ টোপনি ভাঙি দিছে কাৰণেই ৰীতাৰ এই অৱস্থা হৈছে।

হঠাৎ ৰীতা দুখত ভাগি পৰিল। সপোনটোৱে যেন পুৰণি বেদনাৰ ঘাঁবোৰ খুচৰি থৈ গ'ল। দুয়োটা আঠুৰ মাজত মুখ লুকুৱাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। শৰীৰটো সঘনে কঁপি উঠিল।

কিকুচি স্তব্ধ হৈ যায় ৰীতাৰ কান্দোন দেখি। সি একোকে বুজি নাপায়। ৰীতাৰ অন্তৰৰ বেদনা উপলব্ধি কৰিবলৈ তাৰ শক্তি নাই। সি মাথোন বুজিছে যে ৰীতাক নৰকংকাল দুটাই শাস্তি দিছে। সি এতিয়া কি কৰিব একো ভাবি নাপালে। সিহঁতৰ বুমায়া থকা হ'লে ইমান পৰে মন্ত্ৰ মাৰি ৰীতাৰ গাৰ পৰা সেই বেয়া বস্তু দুটা আঁতৰাব পাৰিলেহেঁতেন। কিন্তু সিতো এইবোৰ মন্ত্ৰ আদি একো নাজানে। সি কিছু আঁতৰলৈ গৈ থিয় হ'ল আৰু ৰীতাৰ ফালে ভয়াৰ্ত দৃষ্টিৰে চাই ৰ'ল।

সময়বোৰ আগুৱাই গৈ থাকিল। ৰীতা বহি থাকিল একে ঠাইতে। ভেটিয়ালৈ ৰীতাৰ কান্দোন বন্ধ হৈছে। কিকুচিও ৰীতাৰপৰা কিছু আঁতৰত বহি থাকি ৰীতাৰ কাৰ্যকলাপ নিৰীক্ষণ কৰি থাকিল। হেজাৰ হ'লেও

সি ৰীতাক ভাল পায়। যেয়া বস্তু দুটাই ৰীতাক শান্তি দিয়াৰ পিছত হয়তো এৰি থৈ যাবগৈ পাৰে। ৰীতাৰ কান্দোন বন্ধ হোৱা দেখি সি তাতে অনুমান কৰি ললে।

সন্ধ্যা আগুৱাই আহিল, তাৰ লগে লগে নামি আহিল অপৰূপ জ্যোৎস্না। সম্ভৱত অহা কাইলৈ পূৰ্ণিমা। সেই শুক্লা চতুৰ্দশীৰ কালে ৰীতাই চাই ৰ'ল একে থৰে। আকৌ চকু দুটা মুদ খাই আহিব খোজে। ক'ৰবাত নিশ্চুপ হৈ বহিলেই ডিঙি বেঁকা হৈ যায় তন্দ্ৰাত। টোপনি আহিলেই যেন ৰক্ষা পায়। প্ৰেৰণা যেন ৰীতাৰ নিস্তেজ, উৎসাহ যেন স্তিমিত। ৰীতা ক্লান্ত, ভীষণ ক্লান্ত। সৰ্বনাশিনী জীৱনমায়াই ডিঙিত ডৰী লগাই ৰীতাক টানি ফুৰিছে—ধুলিয়ে বালিয়ে, পৰ্বতে-কন্দৰে, অৰণ্যই নদীয়ে আগুৱাওঁতে আগুৱাওঁতে ৰীতা ভাগৰি পৰিছে—ক্ষত বিক্ষত মন। এৰি অহা পথ অতল গহ্বৰত যেনেদৰে লুকাই গৈছে, সন্মুখৰ পথো সেইদৰে অনন্ত ৰহস্যত অবলুপ্ত। নিজৰ ওপৰত আৰু ৰীতাৰ কোনো হাত নাই, নিয়তিৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাহিৰে আন উপায় নাই, নিয়তিয়ে যেনিয়ে নিব খোজে নিয়ক।
উপায় নাই, নিয়তিয়ে যেনিয়ে নিব খোজে নিয়ক।

কাইলৈ যদি পূৰ্ণিমা হয়, শাপাতে জাতিৰ হাতত বন্দী হৈ থকা হ'লে নিশ্চয় ৰীতাক কাইলৈ আবাউইৰ ওচৰত বলি দিলেহেঁতেন। কিকুচিৰ অনুগ্ৰহতে ৰীতাৰ জীৱন ৰক্ষা পৰিল। কিকুচিৰ কথা মনলৈ অহাৰ লগে লগে ৰীতাই ঘূৰি চালে। দূৰত কিকুচি বহি আছে এটা শিলৰ কাষত। জোনৰ পোহৰত তাকো কোনোবা শিল্পীয়ে তৈয়াৰ কৰা শিলত খোদিত মূৰ্তিৰ দৰেই লাগিল।

ৰীতাই আকৌ ভাবিলে সপোনটোৰ কথা। এয়া সকলো মিছা। ৰীতাৰ মনৰ দুৰ্বলতা মাথোন। ইয়ালৈ আইভান কেতিয়াও নাহে। আইভান আৰু সেইখন পৃথিবী ৰীতাৰ বাবে মাথোন কল্পনাবহে বস্তু। সেয়া পাহৰি যাবলৈ চেষ্টা নকৰিলে ৰীতাই গোটেই জীৱন কান্দি কান্দিয়ে কটাব লাগিব। নিষ্ঠুৰ হ'লেও বাস্তৱ সত্য আৰু তাকেই মানি ল'ব লাগিব।

ৰীতা বহাৰ পৰা উঠি কিকুচিৰ কালে আগুৱাই গ'ল। কিকুচিও থিয় হ'ল আৰু অবাক দৃষ্টিৰে তালৈ চাই ৰ'ল। ৰীতা কিকুচিৰ ওচৰত থিয় হৈ এটা হাঁহি মাৰিলে আৰু অংগী ভংগীৰে বুজাবলৈ চেষ্টা কৰিলে যে তাইৰ ভীষণ ভোক লাগিছে। লগে লগে কিকুচি লৰি গ'ল ঘৰটোৰ কালে। কন্তেক পিছতে কেইটামান ফল লৈ ওলাই আহিল আৰু ৰীতাৰ হাতত দিলে। ৰীতাই ফল কেইটা আগ্ৰহেৰে তাৰ হাতৰ পৰা লৈ খাবলৈ ধৰিলে। কিকুচিৰ মুখত হাঁহি বিৰিঙি উঠিল।

কিকুচিৰ হাত এখনত ধৰি বীতাই ওচৰলৈ টানি আনিলে। আৰু এটা শিলৰ গাত গা লগাই দুয়ো বহি পৰিল। বীতাই কিকুচিৰ হাত এখন নিজৰ কোলাৰ ওপৰত লৈ একান্ত মনে ফল খোৱাত লাগিল। এটা ফল কিকুচিৰ মুখত লগাই দিলে। কিকুচিয়ে ফলটোত এটা কামোৰ মাৰিলে। বীতাই হাঁহিলে।

ফল কেইটা শেষ কৰি বীতাই কিকুচিৰ কোলাতে মূৰ থৈ শুই পৰিল। বীতাৰ কাৰ্যত কিকুচিয়ে ভীষণ আমোদ পালে। জ্যোৎস্নাসিক্ত দীঘল দীঘল ছাঁবোৰ পৰিছে—ওখ ওখ গছবোৰৰ দীঘল দীঘল ছাঁ। মূৰৰ ওপৰত অসীম অনন্ত ৰহস্যভৰা আকাশ। আকাশে বতাহে এক নীৰৱতা। কিছু আঁতৰতে ফেনিল সমুদ্ৰ। কিবা এক আক্ৰোশত মাজে মাজে সমুদ্ৰখনে যেন গৰজি উঠে। ক্ৰুদ্ধা নাগিনীৰ দৰে ঢৌবোৰে ফেট তুলি পাৰলৈ লৰি আহি উপৰ্যুপৰি পাৰত আঘাত কৰে আৰু তাৰ পিছতে পুনৰ উভতি যায়। বীতাই চকু মুদি উপলব্ধি কৰে।

মানুহৰ মন সদায় সংগীহীন— মনৰ মানুহ পোৱা নাযায় এই সংসাৰত। আচলতে পৃথিবীৰ প্ৰতিজনেই তো অকলশৰীয়া। মানুহৰ লগত মানুহৰ মিলন মাত্ৰ 'বন্ধুত্বৰ' প্ৰয়োজনত, সৃষ্টিৰ প্ৰয়োজনত, আৰু স্বাৰ্থৰ প্ৰয়োজনত। যি প্ৰয়োজনতে নহওক, কিকুচিয়েই এতিয়া বীতাৰ জীৱনৰ সকলো। বীতাই কিকুচিৰ হাত দুখন সজোৰে সাৱটি ধৰিলে।

চতুৰ্দিশ নীৰৱ। বীতাৰ এনে লাগিল যেন সৃষ্টিৰ আদিম যুগৰ এক বৃহৎ জলখণ্ডৰ পাৰত এহাল নৰ-নাৰী। এক প্ৰাচীন আদিম পৃথিবীৰ জলখণ্ডৰ পাৰত.... চতুৰ্দিশৰ গছ গছনিবোৰো যেন আদিম যুগৰ সৰল আৰু ওখ। পৃথিবী জনহীন, মনুষ্য সৃষ্টিৰ বহু বহু পূৰ্বৰ পৃথিবী এয়া।

বীতাই কিকুচিৰ মুখলৈ কিছু সময় চাই ৰয়, অপলক স্নেহত অভিষিক্ত দৃষ্টি। বক্ষ:পুটত সঞ্চিত সমস্ত কামনাৰ পৰাগ ধমনী ধাৰাৰে যেন উচ্ছলিত হৈ পৰিছে। সামান্য মূৰটো উঠাই বীতাই বাহু মেলি কিকুচিক সাৱটি ধৰি মুখখন আগবঢ়াই লৈ গ'ল। কিকুচিয়ে ভয় খালে। বীতাই এয়া কি কৰিছে ? সি কিবা ভবাৰ আগতেই বীতাই তাৰ ওঠত এটা দীঘলীয়া চুমা খালে। কিকুচিয়ে কোনোমতে বীতাৰ বন্ধনৰ পৰা মুক্ত হৈ তাৰ পৰা আঁতৰি পলাল। বীতাই এক কৰুণ দৃষ্টিৰে চাই ৰ'ল কিকুচি যোৱাৰ ফালে। দুয়োটা চকুৰ কোণত নিয়ৰকণাৰ দৰে জিলিকি উঠে দুটোপাল চকুলো।

: কি-কু-চি। —বীতাৰ কণ্ঠস্বৰ তীব্ৰ আৰ্তনাদৰ দৰে বাজি উঠে।

কিকুচি নাহিল। তাৰ নিশ্চিত ধাৰণা হ'ল যে বীতাৰ গাত অপদেৱতাৰ ছাঁ আছেই। নহ'লে এনেকৈ তাৰ মুখত কামুৰিবলৈ কেতিয়াও নাহে। যেনে

নবেই নহওক, বীতাক আবাউইব ওচবলৈ নিবই লাগিব। আবাউই যেনভাব স্পৰ্শ পালেই বীতা ভাল। সি আৰু কোনো বাধা বিঘিনিলৈ ভয় নকৰে।

বীতা বহাৰ পৰা উঠি ঘৰটোৰ কালে আগুৱাই আহিল। কিকুচি ঘৰৰ মুখতে বৈ বীতালৈ অবাক হৈ চাইছিল। বীতা তাৰ ওচৰ পাই ক'ল আৰু কোভেৰে তালৈ চাই ভগ্ন স্বৰেৰে উচ্চাৰণ কৰিলে, মূৰ্খ কৰবাৰ। নাৰীৰ অন্তৰৰ ভাষা বুজাবো শক্তি তোৰ নাই ? পাষাণ। —বীতা লগে লগে ভিতৰলৈ সোমাই গ'ল আৰু নিজে তৈয়াৰ কৰি লোৱা গছৰ ডাল পাতৰ বিছনাখনত শুই পৰিল।

কিকুচিয়ে ভিতৰলৈ জুমি চালে। ভিতৰতো বাহিৰৰ সমানেই পোহৰ। ঘৰৰ বেৰৰ ডাঙৰ ডাঙৰ ফাঁক বোৰেদি পোহৰৰ টুকুৰাবোৰ সিচৰিত হৈ পৰিছে। বীতাই বেৰৰ ফালে মুখ কৰি দুই ভৰি কোচাই কুঁচি মুচি হৈ শুই পৰিছে। কিকুচি আগুৱাই গ'ল এখোজ দুখোজ কৈ। আৰু বীতাৰ ওচৰত হাউলি মুখখন চাবলৈ চেষ্টা কৰিলে। তাৰ নাকৰ তপত নিশ্বাস বীতাৰ দেহত লাগিল। বীতাই ঘূৰি তালৈ চালে আৰু ইংগিতেৰে তাইৰ কাষতে শুবলৈ ক'লে।

এনে ধৰণৰ ওখ চাঙত সি কাহানিও শুই পোৱা নাই। সেয়ে সি তাত উঠিবলৈ কুণ্ঠাবোধ কৰিলে। সিহঁতে গছৰ পাতেৰে তৈয়াৰ কৰা পাটীৰ দৰে বস্তুৰ ওপৰত মাটিতে শোৱে। এনে দৰে যে চাং কৰি তাৰ ওপৰতো শুব পাৰি এইবাৰেই প্ৰথম দেখিলে সি। কিকুচি তেনেদৰে নিশ্চল হৈ থিয় হৈ থকা দেখি বীতাই তাৰ হাত এখনত ধৰি টানি আনি তাইৰ কাষতে শুৱাই দিলে। অগত্যা সি বীতাৰ কাষতে শুই পৰিল। কেনেবাকৈ বাতি টোপনিত পৰি যায় বুলি আশংকা কৰি পাৰে মানে সি বীতাৰ কালে চাপি আহিল। বীতায়ো তাক সাবটি ধৰি তাৰ বুকুৰ মাজত বীতাই নীৰৱে চকুলো টুকিলে আৰু সজোৰে সাবটি ধৰি তাৰ বুকুৰ মাজত মুখ লুকুৱালে।

কিকুচিৰ বুকুৰ মাজতে বীতাই নীৰৱে চকুলো টুকিলে আৰু সজোৰে সাবটি ধৰি থাকিল কিকুচিক।



॥ ন ॥

ৰাতিপুৱা কিকুচিয়ে সাৰ পাই দেখে যে কাষত ৰীতা নাই। বোধহয় বাহিৰলৈ ওলাই গৈছে। লৰালৰিকৈ সি বাহিৰলৈ ওলাই আহি চতুৰ্দিশে চকু ফুৰালে। কিন্তু ক'তো ৰীতাক নেদেখি সি ভয় খালে।

: ৰী-ৰী-তা !—প্ৰচণ্ড জোৰেৰে সি চিঞৰি উঠিল।

কিন্তু কোনো প্ৰত্যুত্তৰ নাহিল।

বলিয়াৰ দৰে সি সাগৰৰ পাৰে পাৰে লৰিবলৈ ধৰিলে। এঠাইত বৈ সি বালিৰ ওপৰত কৰবাত ৰীতাৰ খোজৰ চিন দেখা পায় নেকি চালে। হঠাৎ কিছুমান নতুন খোজ তাৰ দৃষ্টিগোচৰ হ'ল। সেইবোৰ নিশ্চয় ৰীতাৰেই খোজ। পুনৰ সি খোজবোৰ অনুসৰণ কৰি লৰিবলৈ ধৰিলে।

সাগৰৰ পাৰৰ ওখ গৰাটোত উঠি সি চাবিওফালে আতংক ভৰা দৃষ্টিৰে চালে। সেই ঠাইতেই খোজৰ চিনবোৰ শেষ হৈছে। গৰাটোৰ বঙা মাটি-বোৰত ৰীতাৰ খোজৰ চিন পৰিলেও ধৰিব নোৱাৰি। মাটিবোৰ টান। কিকুচি আৰু কেইখোজ মান আগুৱাই গ'ল। তলৰ সাগৰখনলৈ চালে। কিছু আঁতৰতে শিল এটাত বান্ধি থোৱা ডোংগাখন তাৰ চকুত পৰিল। সাগৰৰ উত্তাল তৰংগৰ লগে লগে ডোংগাখনেও নাচি আছে। হঠাৎ ডোংগাখনেও নাচি আছে। হঠাৎ দেখা পালে ডোংগাৰ ভিতৰত ৰীতাক। কিকুচিয়ে আনন্দত চিঞৰি উঠিল, ৰী......তা !

ৰীতাই ডোংগাৰ পৰাই মূৰ তুলি গৰাৰ ওপৰত থকা কিকুচিলৈ চালে। কিকুচিয়ে গৰাটোৰ পৰা লৰি নামি গ'ল ডোংগাখনৰ ওচৰলৈ। ডোংগাখনৰ ওপৰত থিয় হৈ ৰীতাই কিকুচিলৈ চাই হাঁহিলে। কিকুচিয়ে আকাৰে ইংগিতে ৰীতা কিয় তালৈ আহিছে প্ৰশ্ন কৰিলে। ৰীতাই তাক আবাউইৰ ওচৰলৈ যোৱাৰ কথা বুজালে। সি লগে লগে ৰাজী হ'ল আৰু ৰীতাক বুজালে যে সিহঁত গ'লে নাভাবো দ্বীপৰ কাষেৰে নাযায়। কাৰণ শাপাতে বিলাকৰ চকুত পৰিলে সিহঁতক মুদাই এৰি নিদিব। তদুপৰি হোবেণা, মুক্কিয়া, কিষায়া এই শত্ৰু জাতিবোৰতো আছেই। সিহঁত সাগৰেদিয়েই গৈ থাকিব। অৱশ্যে দূৰ যথেষ্ট হ'ব। এতিয়া যাত্ৰা আৰম্ভ কৰিলে সন্ধিয়াহে পাবগৈ। আজি সমুদ্ৰৰ অৱস্থাও ভাল, নিশ্চয় বিপদ নহ'ব।

বীতাই তাক সোনকাল কৰিবলৈ উৎসাহ যোগালে। কিকুচিয়ে খৰখেদা কৰি ডোংগাত থকা যাৱতীয় বয়বস্তবোৰ গোটাই ল'লে। বীতায়ো তাক সহায় কৰি দিলে।

এটা সময়ত বিশাল সমুদ্ৰৰ বুকুৰেদি বিশালৰ তুলনাত ক্ষুদ্ৰাতিক্ষুদ্ৰ ডোংগাখন সৰ্পিল গতিৰে অগ্ৰসৰ হ'ল। কিকুচিয়ে সবল দুবাহুৰে ধীৰে ধীৰে সমুদ্ৰৰ বুকুত ব'ঠা দুখনেৰে আঘাত কৰি থাকিল। প্ৰতিটো আঘাতৰ লগে লগে তাৰ সমস্ত শৰীৰ নাচি উঠে আনটো মূৰত বহি বীতাই একেথৰে চাই থাকে তালৈ। কিকুচিয়ে হাঁহে। কোনো দিনে বি বুজা নাই, বীতাই যেন আজি তাক বুজিব পাৰিছে। এতিয়া কিকুচিৰেই দুবাহুৰ বন্ধন বিচাৰে বীতাই। কিকুচিৰ মাজতেই আইভানৰ প্ৰতিচ্ছবি দেখা পাইছে বীতাই। কিন্তু......আবাউইৰ আশীৰ্বাদ গ্ৰহণৰ পিছতে কিকুচি হ'ব বীতাৰ পতি। কিন্তু কিকুচি আৰু বীতাৰ মাজত জানো প্ৰেমৰ জন্ম হ'ব। নিতান্ত শয্যা সংগিনী হোৱাৰ বাহিৰে আৰু জানো কিবা আশা কৰিব পাৰে বীতাই? এই দাম্পত্যত যদি প্ৰেম নাথাকে, নালাগে থাকিব। তাৰ বাবে বীতাই আক্ষেপ নকৰে। মাত্ৰ লাগে কিকুচিৰ নিঃশ্বাসত সামান্যতম হ'লেও কামনাময় আগ্ৰহৰ উত্তাপ। প্ৰেম নালাগে বীতাক, লাগে মাথোন এক বিন্দু কামনাৰ স্পৰ্শ।

ডোংগাখন কোৱা দ্বীপৰ পাৰে পাৰেই প্ৰথমতে অনেক দূৰ আগবাঢ়িল। তাৰ পিছত এটা সময়ত কোকা দ্বীপ এৰি ডোংগাখনে পোনে পোনে পশ্চিমলৈ গ'ল। ইতিমধ্যে প্ৰভাতৰ কোমল ৰ'দ ক্ৰমে কঠিন হৈ আহিল। কিকুচিৰ তাম বৰণীয়া দেহাটো সম্পূৰ্ণ ঘৰ্মাক্ত হৈ পৰিল। কি যে আচৰিত শক্তি আছে এই দেহাটোত! ক্লান্তি নাই, জিৰণি নাই, যেন এটা যন্ত্ৰহে।

বীতাই ডোংগাৰ পৰা কল কেইটামান তুলি লৈ হাতত ল'লে। কিকুচিৰ হাত দুখনে ক্ষন্তেকৰ বাবে বিশ্ৰাম ল'লে। বীতাই ওচৰলৈ মাতিলে। সি তাৰ নাৰিকল এটা কাটি পানীখিনি পি খালে। তাৰ পিছত পুনৰ ব'ঠা দুখন হাতত তুলি লৈ একে লেঠাৰিয়ে মাৰিবলৈ ধৰিলে। হাত দুখন বিষাইছে অৱশ্যে, কিন্তু বুকুত শক্তি আছে প্ৰচুৰ। তাৰ যেন ব্যাখ্যা নাই, ক্লান্তি নাই, অৱসাদ নাই, আছে মাত্ৰ উৎসাহ। আজি যেন তাৰ শৰীৰলৈ ভূমি আহিছে এক আসুৰিক শক্তি বলিষ্ঠতা, দুৰন্ত উদ্দীপনা, অপৰিমেয় প্ৰাণ লীলা। বীতাও আজি উৎসাহী। ক'ৰবাত হেৰাই গৈছে এৰি অহা পিছৰ পৃথিৱীখন, ক'ৰবাত বিলীন হৈ গৈছে পশ্চাৎ জীৱনৰ সমাজ, সংসাৰ আৰু আত্মীয় বন্ধুৰ দল। অপ্ৰতিহত গতিৰে আগুৱাই যাব যেন।

কিকুচিয়ে এবাৰ বৈ আকাশৰ ফালে চালে। ক'তো অকণো মেঘ নাই।

আকাশ পৰিষ্কাৰ। সূৰ্যৰ প্ৰচণ্ড উত্তাপত দুয়োৰে আৱৰণ হীন শৰীৰ জ্বলি গৈছে। কিকুচিয়ে সহ্য কৰিব পাৰিলে ৰীতাৰ সেই শক্তি নাই। সূৰ্যৰ প্ৰখৰ দাৱদাহৰ যন্ত্ৰণাত তাই ছাটি ফুটি কৰিবলৈ ধৰিলে। ৰীতাৰ কষ্ট যেন কিকুচিয়ে বুজি পালে। কিন্তু সাগৰৰ মাজত শীতল ছাঁৰ আবেষ্টনী পাব ক'ত? অৱশেষত ৰীতাই ডোংগাখনতে পেট পেলাই শুই পৰিল। ভীষণ ভাৱে মূৰ ঘূৰাইছে তাইৰ। দুখাৰমান বমিও কৰিলে।

দূৰত বিণিকি বিণিকি নাভাৰো দ্বীপটো কিকুচিৰ দৃষ্টিগোচৰ হ'ল। নাভাৰো দ্বীপৰ কাষেৰে যোৱাৰ ইচ্ছা নাথাকিলেও ৰীতাৰ কাৰণেই কিকুচিয়ে সেই পথেৰে আগবাঢ়িবলৈ বাধ্য হ'ল।

সন্ধিয়াৰ অনেক আগতেই কিকুচিয়ে ডোংগাখন নাভাৰো দ্বীপৰ একাষত চপালে। সেই অঞ্চলৰ পৰা কিছু আঁতৰতে কিগানি উপজাতিৰ বাস। ইহঁত হোৰেণা বা শাপাতেৰ দৰে হিংস্ৰ নহয়। কিন্তু জাতি বৈৰীতা প্ৰত্যেক জাতিৰ মাজতে আছে। এটা জাতি আনটো জাতিৰ শত্ৰু। এতেকে কিকুচিক শাপাতে জাতিৰ বুলি জানিলে কিগানিবোৰে তাক জীৱন্তে জুইত নিক্ষেপ কৰিব। সেই কাৰণে কিকুচিয়ে ডোংগাখন এনে এঠাইত চপালে য'ত থাকিলে পাৰৰ পৰা সহজে চকুত নপৰে। উপকূল ভূমি খণ্ড ক্ৰমাৎ ওখ হৈ গৈ এটা সৰু পাহাৰৰ সৃষ্টি হৈছে। তদুপৰি প্ৰচুৰ গছ গছনিৰে আবৃত।

কিকুচি ডোংগাৰ পৰা নামি ৰীতাকো কোলাত তুলি লৈ নমালে ৰীতাৰ ডেতিয়া অজ্ঞান প্ৰায় অৱস্থা। এডোখৰ সামান্য সমান ঠাইত ৰীতাক শুৱাই দি সি পুনৰ ডোংগাখনলৈ লৰি গ'ল। নল ধনু আৰু যাঠী ডালৰ লৈতে দুটা ডাব নাৰিকল লৈ নামি আহিল। এটা ডাব সি নিজে খালে আৰু আনটো কাটি ৰীতাৰ মুখত বাকি দিলে। তাৰ পিছত সি ৰীতাক তাতে এৰি শত্ৰুৰ কেনিবা উমান পায় নেকি চাবলৈ আঁতৰ হ'ল।

এডোখৰ ওখ ঠাইত উঠি কিকুচিয়ে এজোপা গছৰ আঁৰলৈ আঁতৰৰ কিগানিৰ গাওঁখনলৈ চালে। অপৰাহ্নৰ ৰ'দ তেতিয়া সম্পূৰ্ণ ম্লান। পশ্চিমৰ আকাশ ৰক্তিম। তাল পাতৰ দৰে পাতেৰে তৈয়াৰ কৰা সৰু সৰু গোল গোল শাৰীবদ্ধ ঘৰবোৰ কিকুচিৰ দৃষ্টিগোচৰ হ'ল। কেইবাটাও ঘৰৰ ছাল ভেদি ওলোৱা ক'লা ধোৱাবোৰো সি দেখা পালে। হয়তো সিহঁত কিবা চিকাৰ পোৱাত ব্যস্ত। অৱশ্যে কিগানিবোৰ নৰমাংস ভোজী নহয়। মানুহ মৰিলে সিহঁতে পুতি পেলোৱা প্ৰথা আছে। হোৰেণা বা শাপাতে জাতি নৰমাংসভোজী কাৰণে সিহঁতে ভয় কৰে। তদুপৰি কিগানি উপজাতিৰ সংখ্যাও অনেক কম। নাভাৰোৰ উপজাতিবোৰৰ ভিতৰত আটাইতকৈ দুৰ্বল জাতি।

ওচৰে পাঁজৰে ক'তো কোনো শত্ৰুক নেদেখি কিকুচি পুনৰ বীতাৰ ওচৰলৈ উভতি আহিল। ইতিমধ্যে সন্ধ্যাৰ স্নিগ্ধ মধুৰ বতাহৰ স্পৰ্শত বীতা যথেষ্ট সজীৱ আৰু সচল হ'ল আৰু শোৱাৰ উঠি গছ এজোপাতে আঁউজি বহিল। ককালত মেৰিয়াই বখা গছৰ ছালৰ বসন ডোখৰ ভালকৈ বান্ধি ল'লে। বক্ষ উন্মুক্ত। আভৰণ আছিল, হয়তো ক'ৰবাত খুলি পৰিল।

সূৰ্যৰ অস্তৰ লগে লগেই পুৱাকাশত পূৰ্ণ চন্দ্ৰই ভুমুকি মাৰিলে। বীতাৰ ভাল লাগিল। একেখৰে চাই ৰ'ল জলন্ত উজ্জ্বল থালখনৰ দৰে জোনটোলৈ। যেন সমদ্ৰৰ বক ফালিহে আকাশলৈ উঠিছে।

কিকুচি আহি বীতাৰ ওচৰত বহিল। আৰু সি বীতাক বুজালে যে এতিয়া যাত্ৰা কৰিবলৈ ভাল হ'ব। বতৰো শান্ত। অথনি সি দিনটো আগত লৈ আহি ভাল কৰা নাছিল। যাহক, ৰাতিৰ ভিতৰতে কাম সমাধা কৰি সিহঁত ৰাতিৰ ভিতৰতে উভতিব।

হঠাৎ জোনটোৰ ওপৰত চকু পৰাত তাৰ সকলো উৎসাহ পানী হৈ গ'ল। সি ভবাই নাছিল যে আজি পূৰ্ণিমা। পূৰ্ণিমাৰ ৰাতি শাপাতেবোৰে আবাউই দেৱতাৰ ওচৰত গৈ পূজা কৰে আৰু বগা চুলিৰ মানুহ ধৰিব পাৰিলে বলি দিয়ে। কিকুচিৰ মনৰ ভাব বীতাই লক্ষ্য কৰিলে। বীতাই তাৰ মনত উৎসাহ যোগাই বুজালে যে আৱশ্যক হ'লে আজিৰ নিশাটো সিহঁতে কৰবাত কটাই দিব আৰু শাপাতেবোৰে পূজা দি অহাৰ পিছতে বা আগতে সিহঁতে সিহঁতৰ কাম কৰিব। গতিকে এতিয়া যাত্ৰা আৰম্ভ কৰাই ভাল।

কিকুচিয়ে ক্ষন্তেক কিবা চিন্তা কৰিলে।

হঠাৎ সেই ঠাইৰ পৰা কিছু আঁতৰতে কোনোবাই কথা পতা যেন কিকুচিয়ে শুনিবলৈ পালে। ততালিকে সি বীতাৰ হাতত ধৰি উঠালে আৰু অকণো সময় পলম নকৰি দুয়ো সাগৰৰ পাৰলৈ লৰি গ'ল। ডোংগাখনত উঠিয়েই কিকুচিয়ে দ্ৰুত গতিৰে ব'ঠা মাৰি নাওখন সেই ঠাইৰ পৰা আঁতৰাই সাগৰৰ মাজলৈ লৈ গ'ল।

বীতাৰ বুকুৰ ধপধপনি তেতিয়াও শাম কটা নাছিল। ঘনে ঘনে তাই দ্বীপটোৰ পাৰলৈ চালে। আলোচা কোনোবাই সিহঁতক দেখা পাইছেই। জোনৰ পোহৰত সকলো ফালেই দিন যেন হৈ আছে। সাগৰো অনেক দূৰলৈকে ফটফটীয়াকৈ দেখা যায়।

কিকুচিৰ ভয়, কোনোবাই যদি সিহঁতক দেখিছে তেন্তে সিহঁতে নিঃশব্দে পাৰে পাৰে অনুসৰণ কৰি গৈ থাকিব। আৰু পাৰত ডোংগা চপাৰ লগে লগেই আক্ৰমণ কৰিব। এই দ্বীপৰে সন্তান কিকুচিয়ে এই উপজাতিবোৰক চিনিছিলে

বাকী নাই। ইহঁত বাঘৰ দৰে ক্ষিপ্ৰ, নিঃশব্দে ঘণ্টাৰ পিছত ঘণ্টা ধৰি অনুসৰণ কৰাত অভ্যস্ত। অসম্ভৱ ধৈৰ্যগুণ সিহঁতৰ। শত্ৰু বুলিলে ক্ষমাৰ প্ৰশ্নই নুঠে। সেয়ে কিকুচিয়ে পোনতে দ্বীপটোৰ পৰা পোনে পোনে বহু আঁতৰলৈ সাগৰৰ মাজ ভাগলৈ লৈ গ'ল। কষ্ট কিছু বেছি হ'ব; হওক, আপত্তি নাই; কিন্তু সিহঁত অক্ষত দেহাৰে নিৰ্বিঘ্নে ঘূৰি আহিব বিচাৰে।

পাৰৰ পৰা যিমানেই ডোংগাখন আঁতৰি আহিল, বীতাৰ ভয় সিমানে পাতলি আহিল। আগৰদৰেই ডোংগাৰ এচুকত বহি পুনৰ নিজৰ ভাৱত বিভোল হ'ল।

অপূৰ্ব জোনাক নিশা। চতুৰ্দিশ নিস্তব্ধ; মাত্ৰ কিকুচিৰ ব'ঠাৰ আঘাতত পানীৰ ওপৰত হোৱা শব্দৰ বাহিৰে ক'তো কোনো শব্দ নাই। মূৰৰ ওপৰত দুগ্ধ শুভ্ৰ জ্যোৎস্নাচৌত আকাশত ৰহস্যময় তৰাৰ দল। এই আকাশ, এই তৰাৰ দল অপূৰ্ব জোনাক নিশা আৰু এই নিৰ্জন মুক্ত জীৱন বীতাই সকলোতকৈ ভাল পায়। সেই কাৰণেই বীতাক ঈশ্বৰে এই জগতলৈ লৈ আহিল নেকি? এয়াই কালৰ প্ৰবল প্ৰবাহ।

সমুদ্ৰৰ বুকুৰ সৰু সৰু ঢৌবোৰ বীতাই হাতেৰে স্পৰ্শ কৰিলে। এক নিৰ্দিষ্ট সময়ৰ ব্যৱধানত কিকুচিৰ দুই হাতৰ দুয়োপাত ব'ঠাই ছলাৎ কৈ পানীত আঘাত কৰে। কিছু পানী ছিটিকি আহি বীতাৰ গালে মুখে পৰে। পানী কাটি ডোংগা আগবাঢ়ে। শান্ত সাগৰৰ বুকুত ডোংগাৰ গতিপথৰ বিচিত্ৰ ৰেখা ফুটি উঠে। সাগৰ ইমান শান্ত হ'ব পাৰে নে? নে এয়া ভয়ংকৰ বিশ্বাসঘাতক সাগৰৰ কপট ৰূপ। নহ'লে হঠাৎ সেই দিনা কিয় এই শান্ত সাগৰখন চঞ্চল হৈ পৰিছিল? কিহৰ কাৰণে? আইভানৰ পৰা বীতাক আঁতৰাই আনিবলৈ? কিয়? বীতাই কি অপকাৰ কৰিছিল সাগৰৰ? এইবোৰ চিন্তাৰ মাজতে হঠাৎ বীতাৰ মনলৈ আহিল সাগৰৰ জোঁৱাৰ ভাটাৰ কথা। লগে লগে তাইৰ মুখ শুকাই গ'ল। কাৰণ আজি পূৰ্ণিমা। সাগৰত আজি জোঁৱাৰ উঠে। আকৌ কিবা অঘটন ঘটিব নেকি? জোঁৱাৰ আহিলে জানো এই ডোংগাত সিহঁত ৰক্ষা পৰিব? নে এইবাৰ কিকুচিকো হেৰুৱাব? অসম্ভৱ। এইবাৰ তাই কিকুচিক নেহেৰুৱায়। নো ভাস্কটিয়াৰ ওচৰৰ ফুণ্ডি উপসাগৰৰ জোঁৱাৰ তাই দেখিছে। প্ৰবল জোঁৱাৰ; ১৫ৰ পৰা ১৮ মিটাৰ পৰ্যন্ত উঠে। এই সাগৰতো যদি তেনে জোৱাৰ উঠে ? ছিঃ এইবোৰ কথা তাই আগতে ভবা উচিত আছিল।

কথাবোৰ বীতাই যিমানে ভাবিবলৈ ধৰিলে সিমানে তাইৰ ভয় লাগিল তাই বহাৰ পৰা উঠি কিকুচিৰ ওচৰলৈ আগুৱাই গ'ল। কিকুচিয়ে প্ৰশ্নবোধক দৃষ্টিৰে তাইলৈ চালে। তাই কিকুচিক জোঁৱাৰ ভাটাৰ বিষয়ে নানান অংগী ভংগীৰে বুজাবলৈ চেষ্টা কৰিলে। সি বীতাৰ ভাৱ ভাষা সমূলি বুজি নাপালে।

কেইবাবাৰো বুঢ়ীৰাৰ পিছতো কিকুচিয়ে একো নুবুজাত বীতা হতাশ হ'ল আৰু পুনৰ আগৰ ঠাইলৈ আহি বিষণ্ণ মনেৰে বহি পৰিল। হায় তাইৰ কপাল। যাক তাই চিৰ জীৱনৰ পতি হিচাপে গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিছে সি বীতাৰ অন্তৰত হাঁহি আনন্দ, দুখ বেদনাৰ কথা বুজি নাপায়। মন খুলি বীতাই নিজৰ মনৰ ভাৱ ব্যক্ত কৰিব নোৱাৰে। ব্যক্ত কৰিও লাভ নাই।

হয়তো কিকুচিয়ে জীৱনত জোঁৱাৰ ভাটা দেখাই নাই; এনে ঘটনাওতো হ'ব পাৰে। কাৰণ সাগৰৰ সকলো ঠাইতে সমান জোঁৱাৰ হ'ব নোৱাৰে বুলি বীতাই জানে। সাগৰ, মহাসাগৰৰ সকলো ঠাইতে সমান দ' নহয়, যাৰ ফলত জোঁৱাৰৰ গতি আৰু উচ্চতাও একে নহয়। সাগৰৰ বিভিন্ন ঠাইৰ গভীৰতাই জোঁৱাৰ ভাটাৰ টোৰ গতিবেগৰ পাৰ্থক্য ঘটায়। গভীৰ সাগৰত জোৱাঁৰৰ কোব প্ৰবল নহয় আৰু কোনো কোনো ঠাইত জোৱাঁৰ প্ৰায় নহয়েই। হয়তো এই অঞ্চলো ঠিক তেনে অঞ্চল, য'ত জোঁৱাৰ ভাটাৰ সৃষ্টি নহয়। এইবোৰ অঞ্চল সাগৰৰ দাঁতি কাষৰীয়া অঞ্চলো নহয়, এইবোৰ মহাসমুদ্ৰৰ মাজৰ অঞ্চল। সেই কাৰণেই কিকুচিয়ে নিশ্চয় জোঁৱাৰ ভাটাৰ কথা বুজি নাপালে। এইবোৰ ক্ষেত্ৰত কিকুচি বেছি সাৱধানী। মহাসমুদ্ৰৰ মাজৰ দ্বীপত বাস কৰা জাতি এটাই জোৱাৰ ভাটাৰ কথা নজনাৰ কোনো কাৰণ নাই। বীতাৰ মনটো কিছু আশ্বস্ত হ'ল।

বীতাই আকৌ কিকুচিৰ কথা ভাবে। তাৰ অন্তৰতো নিশ্চয় কিছুমান ভাবে তোল পাৰ লগাইছে। কি বা ভাবিছে সি? দুয়োৰে মিলনৰ বাবে কিমান যে বাধা, কিমান যে কষ্ট। তথাপিও কিকুচিয়ে হাৰ মনা নাই। বীতাক পাবৰ কাৰণে সি সকলো বিপদেই বুক পাতি লৈছে। মৃত্যু ভয়ো তাৰ নাই। এখন সামান্য ডোংগাৰে সাগৰ পৰিক্ৰমা আবাউইৰ আশীৰ্বাদ লাগে। সকলোৰে মূলতে মিলনৰ প্ৰবল আকাংক্ষা- এহাল নৰনাৰীৰ মিলনৰ হাবিয়াস আৰু সেয়াই প্ৰেম। এজন বৰ্বৰৰ প্ৰতীক, আনজন সভ্য জগতৰ প্ৰতীক। কিন্তু ইয়াততো বৰ্বৰ বা সভ্য এইবোৰৰতো অৰ্থ নাই—অৰ্থ মাত্ৰ এটাই, সেয়া হৈছে মিলন। জাতি ধৰ্ম, শিক্ষা অশিক্ষা, সভ্য অসভ্য — এইবোৰৰ প্ৰশ্ন নাই। এহাল মিলন ইচ্ছুক পুৰুষ প্ৰকৃতিৰ আদিম প্ৰবৃত্তি মাথোন। ভাবোতে ভাবোতে বীতাৰ চকু দুটা মুদ খাই আহে।

হঠাৎ ডোংগাখন বৈ যায়। বীতাই লগে লগে চকু মেলি কিকুচিলৈ চাই। কিকুচিয়ে লগে লগে হাঁহি দিয়ে। প্ৰকৃততে তাৰেই দুষ্টামি। বীতাৰ টোপনি আহিছে বুলি ভাবিয়েই সি তেনেকৈ চক খুৱাইছে। তাৰ শিশুৰ দৰে দুষ্টামি খোৱ দেখি বীতাৰ হাঁহি উঠে। তাৰ সৰলতা দেখি মৰম উপজে। বোকা কালিৰ

ঘটনাটো মনত পৰি বীতাৰ হাঁহি উঠে। চুমা এটা খাওঁতেই সি ভয়ত পলাই-ছিল। বোৱা কালিৰ ঘটনাটোৱে তাইৰ মনত ভীষণ আঘাত দিলেও আজি কিন্তু কথাটো ভাবি আমোদ পালে। চুমা খাওঁতে এনেদৰে কিয় পলাইছিল বীতাই নুবুজিলে। আবাউইই দেৱতালৈ তাৰ ভীষণ ভয়। আবাউইৰ শাস্তি হেনো ভীষণ শাস্তি। এটা বৰ্বৰ জাতিৰ মাজত অন্ততঃ ধৰ্মৰ নামত এইৰূপ বান্ধোন নথকা হ'লে ব্যভিচাৰ উশৃংখলেৰে ভৰি পৰিলহেঁতেন। হয়তো সভ্যদেশৰ অজ্ঞাতে কেতিয়াবাই নিজৰ ভিতৰত কটাকটি মৰামৰি হৈ এই বৰ্বৰ জাতিটো পৃথিবীৰ বুকুৰ পৰা চিৰকালৰ বাবে নিঃচিহ্ন হৈ গ'লহেঁতেন। কোনে কেতিয়া এই জাতিটোৰ মাজত এনে নিয়ম প্ৰবৰ্তন কৰি গ'ল কোনে জানে! বৰ্বৰ জাতিৰ মাজতো কেতিয়াবা এেকোটা উৰ্বৰ মস্তিষ্কৰ জন্ম হয়। সভ্যতাৰ জন্মতো তেনে-দৰেই হয়। আবাউইৰ আশীৰ্বাদ নোলোৱাকৈ ইহঁতে কোনো নাৰীক জীৱন লগৰী কৰি ল'বলৈ সাহস নকৰে। সভ্যজগতৰ বৈবাহিক প্ৰথাৰ দৰেই আৰু এই নিয়মেই সিহঁতৰ মাজলৈ শৃংখলা আনিছে।

কিকুচিয়ে ডোংগাতে ক্ষন্তেক জিৰণি ল'লে। একে লেঠাৰিয়ে চলাই চলাই তাৰ যথেষ্ট ভাগৰো লাগিছে। ককালত মেৰিয়াই লোৱা গছৰ বাকলিবোৰ সি খুলি ডোংগাখনলৈ দলিয়াই দিলে। বীতাই তাৰ সম্পূৰ্ণ নগ্ন দেহাটোলৈ গি চালে আৰু কৃত্ৰিম খং দেখুৱাই গছৰ বাকলিবোৰ পুনৰ পিন্ধিবলৈ ইংগিত দিলে। সি কিন্তু নিপিন্ধিলে। হাতত ৰসাল ফল কেইটামান তুলিলৈ মোকোৰা—মোকোৰে চোবোৱাত লাগিল।

কিছু সময়ৰ পিছতে পুনৰ ব'ঠা হাতত তুলি ল'লে। সমুদ্ৰৰ মাজৰ পৰা পুনৰ ডোংগাখন নাভাবো দ্বীপৰ ফালে আগুৱাই আছিল। কাৰণ নাভাবো দ্বীপৰে একপ্ৰান্তত আবাউই দেৱতাৰ প্ৰতিমূৰ্তি আছে।

সময়বোৰ আগুৱাই গৈ থাকিল। ডোংগাখনো যেন সময়ৰ লগত তাল-মিলাই আগবাঢ়িছে সমুদ্ৰৰ বুকুত আঁচোৰ মাৰি। নাভাবো দ্বীপ ক্ৰমান্বয়ে ওচৰ চাপি আহিল। ডোংগাৰ গতিও লগে লগে মন্থৰ হৈ আহিল। কিকুচিৰ সন্ধানী চকু দুটাই সন্দেহজনক কিবা দেখে নেকি দ্বীপটোৰ পাৰে পাৰে অনেক দূৰলৈকে লক্ষ্য কৰিলে। এটা সময়ত ডোংগাখন নিঃশব্দে আহি পাৰত লাগিল। বীতা লগে লগে নামিব খোজাত কিকুচিয়ে বাধা দিলে। ক'ত কি বিপদ লুকাই আছে কোনে জানে। ডোংগাখনতে দুয়ো সন্ত্ৰষ্ট হৈ বহিব'ল কিছু সময়। বীতাই দ্বীপটোলৈ চাই দেখে যে অনেক দূৰলৈকে শাৰীবদ্ধ নাৰিকল গছ। তাৰ বাহিৰে আন কোনো গছ সেই অঞ্চলত নাই। নাৰিকল গছবোৰ অত্যন্ত ঘন। গছৰ পাতৰ ফাকে ফাকে আহি তলত পৰা জোনৰ পোহৰত সকলো ঠাই বগত যেন

পোহৰ আৰু আন্ধাৰৰ খেল চলিছে। মৃদু বতাহত কঁপি উঠা পাতৰ খৰখৰণিবোৰে নিশাটো কিবা যেন গভীৰ ৰহস্যময় কৰি তুলিছে।

দুয়ো নিঃশব্দে ডোংগাৰ পৰা নামিল। কিকুচিয়ে ডোংগাখন সেই ঠাইৰ পৰা কিছু আঁতৰলৈ টানি নি সহজে চকু নপৰা ঠাই এডোখৰত গছৰ ছাঁলেৰে তৈয়াৰ কৰা জৰীৰ দ্বাৰা নাৰিকল গছ এডালত বান্ধি থ'লে।

: ইয়াৰ পৰা কিমান দূৰ ?—বীতাই তাক আকাৰে ইংগিতে প্ৰশ্ন কৰিলে।

: বেছি দূৰ নহয়। নাৰিকল গছবোৰ অতিক্ৰম কৰাৰ পিছতে এটা সৰু পাহাৰ আছে। তাতে আবাউই থাকে। —কিকুচিয়েও আকাৰে ইংগিতেৰে বুজালে।

: ইয়াত কোনোবা মানুহ আছে নেকি ?—বীতাই পুনৰ প্ৰশ্ন কৰিলে।

: নাই, এই ঠাই ডোখৰ বহু দূৰ পৰ্যন্ত জনশূন্য। শাপাতেবোৰ বাখোন পূৰ্ণিমাৰ দিনা ইয়ালৈ আহে। কিন্তু কতিয়াবা বাটত হোৰেণা বা মুকিয়াবোৰে বাধা দিয়ে। যুদ্ধ হয় ভীষণ আৰু শাপাতেবোৰ হাৰিলে পুনৰ আশা এৰি উভতি যায়গৈ। —কথাখিনি আকাৰে ইংগিতেৰে বুজাই কিকুচিয়ে ডোংগাৰ পৰা অস্ত্ৰ শস্ত্ৰবোৰ সমাই হাতত ল'লে আৰু নল ধনুখন বীতাৰ হাতত দিলে।

অতি সাৱধানে নাৰিকল গছবোৰৰ আঁৰ লৈ লৈ দুয়ো আগ বাঢ়িল। আগে আগে কিকুচি আৰু পিছত বীতা। যদিও পথ বিপদসংকুল, বীতাৰ কিন্তু মনলৈ সমূলি ভয়ভাৱ অহা নাছিল।

কিকুচি কিছু দূৰ আগবঢ়াৰ পিছতে হঠাৎ ৰ'ল। ক'ৰবাত কিবা সন্দেহ জনক শব্দ শুনে নেকি তাৰ বাবে ক্ষন্তেক পৰ উৎকৰ্ণ হ'ল। অকস্মাৎ বীতাৰ কাণত পৰিল খৰস্ৰোতা নিজৰাৰ কল কল ধ্বনি। প্ৰথমতে বীতাই শব্দটোৰ উৎস বুজিব পৰা নাছিল। কিন্তু পিছ মুহূৰ্ততে ধৰিব পাৰিলে। অলপ আঁতৰে-দিয়েই বোধহয় এটি নিজৰা বৈ গৈছে। পানীৰ শব্দ কাণত পৰাৰ লগে লগে বীতাই তৃষ্ণা অনুভৱ কৰিলে। ডাবৰ পানীকে সমস্ত দিন ধৰি খাই আছে। সেয়ে সুশীতল, সুনিৰ্মল একাঞ্জলি পানীৰ বাবে বীতাৰ মনটোৱে ছটফট কৰিবলৈ ধৰিলে। দুখোজ আগুৱাই গৈ তাই নিজৰ মনৰ ভাৱ ব্যক্ত কৰিলে কিকুচিৰ আগত। কিন্তু কিকুচিয়ে নিজৰাৰ শব্দ অনুসৰণ কৰি যাবলৈ ইচ্ছা নকৰিলে। বিপদৰ সম্ভাৱনা। আবাউই সেৰতাৰ ওচৰতে এটা জলপ্ৰপাত আছে, তাতে তাই পানী খাব পাৰিব। কিকুচিয়ে কথাখিনি বীতাক বুজাবলৈ চেষ্টা কৰিলে।

আকৌ আগবাঢ়িল দুয়ো। নাৰিকল গছৰ অৰণ্য ক্ৰমাৎ পাতল হৈ আহিল। এইবাৰ আৰম্ভ গুল্ম আৰু লতা জাতীয় গছ। বন বনানি নহয়। অতি পীতুৰে সেই অৰণ্যৰ মাজেৰে এটি সুৰুকীয়া পথ কিকুচিয়ে বিচাৰি উলিয়ালে। বাতাবো বীপৰ ক'ত কি আছে সকলোবোৰেই যেন কিকুচিৰ নখ দৰ্পণত।

দুই এটা প্ৰকাণ্ড প্ৰকাণ্ড শিল ৰীতাৰ দৃষ্টিগোচৰ হ'ল। যিটো পাহাৰৰ কথা কিকুচিয়ে কৈছিল, সেই পাহাৰটোলৈকো বেছি দূৰ নাই। যিমানে আগুৱাই গৈছে সিমানেই স্পষ্টভাৱে কাণত পৰিছে খৰস্ৰোতা স্ৰোতস্বিনীৰ ছুল ছুল কলকল শব্দ।

পাহাৰৰ নিচেই কাষ চাপি কিকুচি ৰ'ল।

: এইবাৰ ? ৰীতাই যেন নিজকে নিজে প্ৰশ্ন কৰিলে।

পানীৰ সোঁতৰ এক ভয়ংকৰ অবিশ্ৰান্ত শব্দত সমস্ত ঠাইখণ্ডৰ যেন নীৰৱতা ভংগ হৈছে। কাৰো মাত যেন ক'তো নুশুনি।

কিকুচি খুব সাৱধানে পাহাৰৰ গাত গা লগাই আগবাঢ়িল। বৰ বেছি ওখ পাহাৰ নহয়; কিন্তু পাহাৰৰ গা অতিপাত খিয়। কিছু দূৰ আগবাঢ়ি যোৱাৰ পিছতেই ৰীতাৰ গাত আহি পৰিল অসংখ্য জলকণা। বৰষুণ ? ওহোঁ, আকাশত মেঘৰ লেশমাত্ৰও নাই। তেন্তে নিশ্চয় ওচৰতে জলপ্ৰপাত আছে এই জলকণাবোৰ হয়তো তাৰ পৰাই উৰি আহিছে।

কেইখোজমান গৈয়েই ৰীতাই দেখা পালে পাহাৰ গভীৰ গহ্বৰৰ পৰা শুভ্ৰ বৰ্ণৰ জলধাৰা বন্যজন্তুৰ দৰে প্ৰচণ্ড চিৎকাৰ কৰি ওলাই আহিছে। স্ৰোতৰ অবিশ্ৰান্ত শব্দত চতুৰ্দিশ মুখৰ। পাহাৰৰ একেবাৰে ওপৰৰ পৰিছে জলপ্ৰপাত। পাহাৰৰ গাত লাগি নামি অহা নাই। সেয়ে পাহাৰ আৰু জলধাৰাৰ মাজেদি অনায়াসে অহা যোৱা কৰিব পাৰি। যেন কোনোবাই তেনেদৰেই অতীততে সেই পথ নিৰ্মাণ কৰিহে গৈছে। বতাহৰ বেগত জলপ্ৰপাতৰ পৰা উৰি অহা অসংখ্য জলকণা চাৰিওফালে ছিটিকি পৰিছে। জোনৰ পোহৰত সেই বাষ্পগুলীত প্ৰতিফলিত হৈছে বিচিত্ৰ ৰঙৰ শোভা। এনে অপৰূপ স্বৰ্গীয় শোভা দেখি ৰীতা আত্মহাৰা হৈ পৰিল।

কিকুচিয়ে ৰীতাক পানী খোৱাৰ কথা মনত পেলাই দিলে। ৰীতা সেই ঠাইৰ পৰা অলপ তললৈ নামি গৈ হেপাহ পলুৱাই পানী খালে। হাত মুখবোৰো ভাল দৰে ধুই ল'লে। পাহাৰৰ সুশীতল পানীৰ পৰশ পাই ৰীতাই যেন এক নতুন শক্তি লাভ কৰিলে।

তাৰ পিছত দুয়ো জলপ্ৰপাত আৰু পাহাৰৰ মাজ অংশইদি পাৰ হৈ আগবাঢ়িল। এঠাইত বৈ কিকুচিয়ে পুনৰ আকাৰে ইংগিতেৰে ৰীতাক বুজালে যে শাপাতেবোৰ ইয়ালৈ আহিলে বাজনা আদি বজাই চিঞৰি বাখৰি আহিব। কিন্তু জলপ্ৰপাতৰ প্ৰচণ্ড শব্দৰ বাবে হয়তো সিহঁতৰ কাণত নপৰিবও পাৰে। এতেকে খুব সাৱধান।

: যদি ইতিমধ্যে সিহঁত আহি গৈছে ?—ৰীতাই ইংগিতেৰে প্ৰশ্ন কৰিলে।

: নাই অহা, অহা হ'লে নিশ্চয় চকুত পৰিলহেঁতেন। — কিকুচিয়ে চাৰিওফালে তীক্ষ্ণ দৃষ্টিৰে চাই বীতাক বুজালে।

পাহাৰটোৰ এঠাইত এটা প্ৰকাণ্ড খাঁজ আছে। যেন সেই ঠাইত দুটা পাহাৰহে লগ হৈছে। আৰু সেই খাঁজটোতে বৃহৎ আকাৰৰ এটা ভয়ানক ৰূপৰ শিল আছে আৰু সেয়াই আবাউই দেৱতা। কিকুচিয়ে বীতাক আঙুলিয়াই দেখুৱালে। আবাউইৰ এই প্ৰকাণ্ড মূৰ্তিটো বীতাই কিছু সময় হতবাক হৈ চাই ৰ'ল। প্ৰকৃততে কোনোবা শিল্পীৰ দ্বাৰা সৃষ্ট নে প্ৰকৃতিৰ খামখেয়ালিতে শিলটোৱে তেনে ভয়ংকৰ ৰূপ লৈছে বীতাই ধৰিব নোৱাৰিলে। প্ৰকৃতিৰ ক্ৰিয়া-প্ৰক্ৰিয়াৰ ফলত শিল এটাই এনে বীভৎস ৰূপ ল'ব পাৰে নে? কোনোবা অনামী শিল্পীয়ে যদি ইয়াক সৃষ্টি কৰিছে তেন্তে সেই শিল্পী হ'ব পৃথিবীৰ অন্যতম শ্ৰেষ্ঠ শিল্পী। যেনেদৰেই সৃষ্টি নহওক, ই যেন এক মূৰ্তিময়ী বিভীষিকা। কিকুচিসকলৰ দেৱতা এয়া আবাউই। সুন্দৰ, স্নিগ্ধ, অপৰূপ আনন্দকৰ মূৰ্তি নহয় এয়া যেন মৃত্যু মলিন শ্মশান ক্ষেত্ৰত পৰি থকা এক বিকৃত শবদেহ। ক্ষত বিক্ষত অংগ প্ৰত্যংগ। দয়া মায়া স্নেহ যেন এই দেৱতাৰ অন্তৰত নাই। বীতাৰ অন্তৰত ভক্তিতকৈ ভয়হে ভাব জাগিল বেছি।

কিকুচিয়ে আবাউই দেৱতাৰ মূৰ্তিৰ ভৰিত হাত দুখনেৰে স্পৰ্শ কৰি মূৰটোও সামান্য দোঁৱাই মুখেৰে কিবাকিবি গাবলৈ ধৰিলে। জলপ্ৰপাতৰ প্ৰচণ্ড শব্দত বীতাই একোকে নুশুনিলে।

বীতাই এদিন কাৰ পত্নী হোৱাৰ সপোন দেখিছিল, কিন্তু বাস্তৱত আজি কাৰ পত্নী হ'বলৈ ওলাইছে। অন্তৰত যেন কিবা এক বেদনা অনুভৱ কৰিলে বীতাই। দুই নয়ন মুহূৰ্ততে অশ্ৰুৰে ভৰি পৰিল। ব্যৰ্থ জীৱন, ব্যৰ্থ যৌৱন। বীতাৰ যৌৱনৰ অনংগমাধুৰী কিকুচিৰ হাতত এৰি দিলে যেন অৱমানিত হ'ব। আবদ্ধ হ'ব এক দুঃসহ নিষ্ঠুৰ বন্ধন। কিন্তু মুক্তি ক'ত? বীতা যিখন সমাজত ডাঙৰ হৈছিল সেই সমাজৰ ক'ত তৰুণৰ মুগ্ধ চকুৰ দৃষ্টিয়ে তাইক অভ্যৰ্থনা জনাবলৈ প্ৰস্তুত আছিল সেই কথা বীতাৰ অবিদিত নহয়। ৰূপৱতী নাৰীৰে বীতাৰ যি খ্যাতি আছিল, সেই নাৰীৰ স্থান শ্ৰেষ্ঠ ৰূপবানৰ ওচৰতহে। কিন্তু কালে লৈ আহিল বীতাক এনে এক পুৰুষৰ ওচৰলৈ যি ৰূপহীন আৰু এক অকিঞ্চন। ব্যাকুল হৈ উঠে বীতাৰ অন্তৰ। গভীৰ দুখত বীতাৰ চিঞৰি চিঞৰি কান্দিবৰ মন যায়। বীতাই চকু দুটা মুদি থিৰ হৈ ৰয়। দুচকুৰে বৈ আহে অশ্ৰুজল অবিৰল ভাবে। হঠাৎ বীতা উচপ খাই উঠে। বীতাৰ বক্ষ যুগলত কাৰোবাৰ স্পৰ্শ। চকু মেলিয়েই সমুখত কিকুচিক দেখে। সি তাৰ কাষ সমাপ্ত কৰিছে। সোঁহাতৰ তৰ্জনী আঙুলিৰ আগ সামান্য কাটি তাৰ তেজেৰে বীতাৰ বক্ষ যুগল সি

ধীৰে ধীৰে বোলাবলৈ ধৰিছে। উশাহ নিশাহ বন্ধ হৈ যোৱাৰ দৰে লাগিল ৰীতাৰ। সেইখিনিৰ পৰা যেন আঁতৰি পলাই যাব। কিন্তু আঁতাতৰি নগ'ল— কিকুচিকো বাধা নিদিলে। নিশ্চল মূৰ্তিৰ দৰে একে ঠাইতে থিয় হৈ থাকিল। শেষ হৈ গ'ল। অতীতৰ সেই মধুৰ সপোন আৰম্ভ হ'ল এই মুহূৰ্তৰ পৰা বিস্বাদ-পূৰ্ণঘৃণ্য নাৰকীয় জীৱন। বিদায় স্বদেশ, বিদায় সভ্যতা, বিদায় আইভান....।

মুখেৰে কিবা এটা উচ্চাৰণ কৰিলে কিকুচিয়ে। ৰীতাই কিকুচিৰ মুখলৈ একেখৰে চাই ৰ'ল। যি দেৱতাৰ অৰ্থে ৰীতাই অন্তৰৰ সকলো দি পূজাৰ নৈবেদ্য সজাইছিল সেই দেৱতা আজি ৰীতাৰ সমুখত নাই। এই নৈবেদ্য গ্ৰহণৰ বাবে আহিছে অন্য এক দেৱতা। ৰীতাৰ বাবে অযোগ্য দেৱতা। অকস্মাৎ ৰীতাৰ জ্বৰত যতি পৰে। কিকুচিও উচপ খাই উঠে। সি লগে লগে সেই ঠাইৰ পৰা লৰি কিছু আগলৈ যায় আৰু আতংকিত নেত্ৰেৰে সমুখলৈ চায়। ক্ষন্তেক পিছতে সি সেই ঠাইৰ পৰা ৰীতাৰ ওচৰলৈ লৰি আহে। কিকুচিৰ চকুৱে মুখে প্ৰচণ্ড ভয়ৰ ছাঁ। ৰীতাৰ বুজিবলৈ বাকী নাথাকিল যে সেই ফালেই কোনোবা এদল আহিছে। জলপ্ৰপাতৰ ভয়ানক শব্দৰ মাজতো ঢোলৰ প্ৰচণ্ড শব্দ ৰীতাৰ কৰ্ণ-গোচৰ হ'ল।

কিকুচিয়ে ৰীতাক আকাৰে ইংগিতেৰে বুজাবলৈ চেষ্টা কৰিলে। ৰীতাৰো অন্তৰাত্মা ভয়ত কঁপি উঠিল। এই জীৱন বৃথাৰ জীৱন হ'লেও ৰীতাই মৰিবলৈ নিবিচাৰে।

নাভাৰো দ্বীপৰ এই নিশা যেনে মোহময়, তেনেদৰে কুটিল। জলপ্ৰপাতৰ সেই প্ৰচণ্ড শব্দৰ মাজতো নিশাটো নিমাত নিস্তব্ধ যেন লাগিছিল ৰীতাৰ। কিন্তু সেই নৈশ স্তব্ধতাক ডোখৰ ডোখৰ কৰি আগুৱাই আহিছে যেন এক ভয়ংকৰ চিৎকাৰ। অজান আতংকত দেহৰ প্ৰতিডাল লোমকূপ থিয় হৈ উঠিল। হৃৎ-পিণ্ডৰ দ্ৰুত উঠানমা চলিল। ক'ত লুকাব কেনি পলাব তাকে ভাবিয়েই দুয়ো বেছি হতাশ হৈ পৰিল।

শাপাতে বোৰৰ ঢোলৰ শব্দ আৰু চিঞৰ বাখৰ ক্ৰমাৎ আৰু ওচৰ চাপি আহিল। কিকুচিয়ে ৰীতাক টানি লৈ গ'ল প্ৰকাণ্ড আবাউই মূৰ্তিটোৰ পিছ-ফাললৈ। তাৰ বাহিৰে আৰু উপায় নাই। থিয় পাহাৰটো বগাই পলোৱা সম্ভৱো নহয়। যি পথেৰে আহিছিল সেই পথেৰে পুনৰ পলাবলৈ গ'লে শাপাতে বোৰৰ হাতত পৰিব লাগিব। বিপৰীত ফালে পলোৱাও সম্ভৱ নহয়। কোনে জানে, কোনোবা উপজাতিৰ লগত যুদ্ধ কৰি শাপাতেবোৰ হয়তো পূজাৰ স্থানলৈ সিঁচৰিত হৈ আহিছে।

: ইয়াত লুকাই থাকিলে যদি সিহঁতৰ চকুত পৰোঁ ?—ৰীতাই ইংগিতেৰে প্ৰশ্ন কৰিলে।

কিকুচিয়ে কোনো উত্তৰ নিদিলে। মুতি চৌৰ পিছ কালেই সি আঙুলি বহি ৰীতাকো ওচৰলৈ টানি আনি বহুৱাই ল'লে। হয়তো আজি ৰক্ষা নাই। শাপাৰ্তেবোৰে সিহঁতক তাত পাবই। আৰু এই সুযোগ সিহঁতে নিশ্চয় এৰি নিদিব। ৰীতাক আবাউইৰ সমুখত হত্যা কৰিব সিহঁতে। এই কথা মনলৈ অহাৰ লগে লগে ৰীতাৰ অন্তৰ পুনৰ বেদনাৰে ভৰি পৰিল। ৰীতাৰ মৃত্যুপথৰ সহযাত্ৰী কিকুচিও হ'ব নিশ্চয়। উদ্‌গত অশ্ৰু বিলুক বাধা দিবলৈ চেষ্টা কৰে ৰীতাই। মৃত্যুৰ মুহূৰ্ত অন্ততঃ মধুৰ হওক—এই ভাবি ৰীতাই কিকুচিক দুবাহুৰে সাৱটি ধৰি কিকুচিৰ বুকুত মুখ লুকুৱাবলৈ চেষ্টা কৰে। কিকুচিয়ে ৰীতাক বাধা নিদি ৰীতাৰ সোণালী চুলিৰ মাজেৰে আলফুলকৈ হাত ফুৰালে।

: কিকুচি !—প্ৰণয়াৰ্দ্ৰ স্বৰেৰে ৰীতাই উচ্চাৰণ কৰিলে।

মৃত্যুৰ মুহূৰ্তবোৰ এনেদৰে মধুৰতাৰ মাজত ডুবি থাকি পাচনি ক্ৰকাই শ্ৰেয়ঃ। কিকুচিয়েও এখন হাতেৰে সাৱটি ধৰে ৰীতাক। কিকুচিৰ বুকুত কাণ পৈ ৰীতাই শুনিবলৈ পায় কিকুচিৰ হৃৎপিণ্ডৰ ধক্ ধক্ শব্দ। ক্ষুদ্ৰ চন্দনত স্পন্দিত হৈ কিকুচিৰ শ্বাসবায়ুৰ মৃদু উত্তাপ ৰীতাৰ গালে মুখে লাগে।

ইতিমধ্যে শাপাতেবোৰ আহি আবাউইৰ সমুখত উপস্থিত হ'ল। সিহঁতৰ নোলৰ একোটা চাপৰত, সিহঁতৰ প্ৰতিদৌ চিৎকাৰত ৰীতা আৰু কিকুচিৰ হৃৎপিণ্ড স্তব্ধ হৈ যোৱাৰ উপক্ৰম হৈছিল। মুক্ত ভাৱে উশাহো ল'ব পৰা নাছিল দুয়োৰে। দীঘলকৈ উশাহ ল'লেই যেন সিহঁতৰ কাণত পৰিব। নীৰৱ নিশ্চল হৈ মূৰ্তিৰোৰে একোটা অংশ হৈ বহি থাকিল দুয়ো। একোটা মুহূৰ্তই একোটা যুগ যেন লাগিল। কিকুচিয়ে ভৰি দুখন মেলি চিৎ হৈ শুই মনেৰে পূজাৰ দৃশ্য সমূহ উপলব্ধি কৰি গ'ল। ৰীতা কিকুচিৰ বুকুৰ ওপৰতে শুই পৰিল। কিকুচিয়ে বাধা দিলে ৰীতাক; কিন্তু ৰীতাই নামানিলে। বেছি লৰচৰ কৰিবলৈকো সাহস নকৰিলে; সেয়ে সি তেনেদৰেই পৰি থাকিল।

কিমান সময় তেনেদৰে শুই আছিল ৰীতাৰ মনত নাই। কিকুচিয়ে তাইৰ দুবাহুত ধৰি জোকাৰি দিয়াত তাই সাৰ পাই উঠি বহিল আৰু অবাক হৈ কিকুচিলৈ চালে। কিকুচিৰ চকুৰে মুখে হাঁহি। ৰীতাৰ বুজিবলৈ বাকী নাথাকিল যে শাপাতেবোৰে আবাউইৰ পূজা শেষ কৰি উভতি গৈছে। এক ভয়ানক পৰিবেশ আসন্ন মৃত্যুৰ কথাও চিন্তা নকৰি ৰীতা নিৰ্ভয়ে কেনেদৰে শুব পাৰিলে তাকে ভাবি তাই আচৰিত হ'ল।

কিকুচিয়ে তাইক হাতত ধৰি উঠালে। জোনটো তেতিয়া পশ্চিম দিগন্তত। অলপ পিছতে অস্ত হ'ব এটি নিশাৰ। এটি স্মৰণীয় নিশাৰ। কিবা পোৱাৰ কিবা হেৰুৱাৰ।

দুয়ো আগবাঢ়িল চোংগাৰনৰ ফালে। আকৌ কোৰা দীপলৈ উভতি যাবগৈ সিহঁত। য'ত সিহঁতে কটাই দিব জীৱনৰ বাকী দিনবোৰ। য'ত সিহঁতে আৰম্ভ কৰিব এক নতুন সংসাৰ।

॥ দহ ॥

দুয়ো পৰিশ্ৰান্ত। বোকা দ্বীপলৈ আহিয়েই দুয়ো বিশ্ৰামৰ বাবে শয্যা ল'লে। এতিয়া আৰু কোনো চিন্তা নাই কিকুচিৰ। তাৰ মনৰ উদ্দেশ্য সফল হ'ল। বীতাক লৈয়ে তাৰ সংসাৰ গঢ়ি উঠিব বোকা দ্বীপত।

সম্পূৰ্ণ এটা দিন এটা নিশা সি একে লেঠাৰিয়ে দুহাতেৰে বঁঠা চলাই ক্লান্ত হৈ পৰিছে। বাহু দুখনতো অসহ্য বিষ। এনেদৰে বঁঠা সি আগে পিছেও চলাইছে। কিন্তু এইবাৰৰ দৰে দীৰ্ঘকাল নহয়।

চাংখনৰ একাষত নীৰৱ স্তব্ধ শিলীভূত বৃক্ষৰ দৰে পৰি থাকে কিকুচি। তাৰ কাষতেই বীতা। শ্ৰান্ত হ'লেও বীতাৰ চকুলৈ সহজে টোপনি অহা নাছিল। কিকুচিৰ মূৰৰ কেকোঁৰা চুলিবোৰৰ মাজেৰে বীতাই হাত ফুৰাই দি তাৰ মুখত এটা চুমা খালে। কিকুচি তেতিয়া সম্পূৰ্ণ নিদ্ৰামগ্ন। কিছু সময় সস্পৃহ নয়নেৰে চাই থাকে কিকুচিৰ মুখলৈ। কিকুচিৰ মৃদু শ্বাসকম্পিত বক্ষৰ আবেদনৰ ওপৰত বাগৰি পৰিবলৈ ইচ্ছা যায় বীতাৰ। মুহূৰ্ততে চঞ্চল হৈ পৰে বীতা। কিকুচিৰ শকত ওঠ দুখন নিজৰ মিহি ওঠ দুখনেৰে চেপি পেলাবলৈ মন যায়। বীতাই নিজকে প্ৰশ্ন কৰে এবাৰ; এয়া জানো প্ৰেম? নে নিতান্ত এক আসক্তিৰ তাড়না মাত্ৰ? বিচলিত যৌৱনৰ উদ্‌ভ্ৰান্তি এয়া, চঞ্চলা সৰসী সলিলৰ ছন্দহীন উচ্ছলতা। এই আসক্তি প্ৰেম নহয়, অনুৰাগো নহয়। এয়া মাথোন দেহ সুখ লাভৰ অভিলাষ। হঠাৎ বৈ গ'ল বীতা। ক্লান্ত অৱসন্ন কিকুচিক আমনি দিয়াতো বীতাৰ অন্যায় হৈছে। জিৰণি লওক সি। বীতায়ো শুবলৈ চেষ্টা কৰিলে।

সময়বোৰ আগুৱাই গৈ থাকিল। এটা সময়ত ৰাতি পুৱাল। বীতাই সাৰ পাই দেখে যে কিকুচি তেতিয়াও গভীৰ নিদ্ৰাত। তাক তেনেদৰেই শুই থাকিবলৈ দি বীতা সাৱধানে চাংখনৰ পৰা নামিল আৰু ধীৰে ধীৰে বাহিৰলৈ ওলাই আহিল। কাষৰ নিজৰাটোৰ ওচৰলৈ গৈ আঠু কাঢ়ি বহিল। স্বচ্ছ নিৰ্মল নিজৰাৰ পানীত নিজৰ প্ৰতিবিম্ব চালে। এটা দীঘল চুমুনিয়াহ অন্তৰভেদী ওলাই আহিল। অতীতৰ চিন্তাৰ পৰা যিমানেই আঁতৰিব খোজে বীতা সিমানে বেছি দুবুৰি দিয়ে মনে। অৰণ্যৰ ফালে ঘূৰি চাই এবাৰ বীতাই। অন্ধকাৰ আবৃত—পূৰ্বৰ বন্দি

এতিয়াও তাত প্ৰৱেশ কৰা নাই। নিজৰ মনৰ পথহীন অন্ধকাৰৰ দৰে বাহিৰৰ এই অৰণ্যৰ চৰাচৰ ব্যাপ্ত অন্ধকাৰৰ ফালে নিঃশব্দে চাই থাকে বীতাই। তাইৰ জীৱনৰ স্নিগ্ধজ্যোতি প্ৰেম যেন এই বিৰাট অন্ধকাৰৰ কৰাল নিঃশ্বাসৰ আঘাতত চিৰকালৰ বাবে নিঃচিহ্ন হৈ গৈছে।

কোন সময়ত নিজৰাৰ পাৰৰ পৰা উঠি গৈ বীতা সাগৰৰ পাৰৰ নাৰিকল গছ এজোপাৰ তলত বহিলগৈ বীতাই নিজেই কব নোৱাৰিলে। বীতাই বালিতে পেট পেলাই দুই আঙুলিৰে বালিৰ ওপৰত আইভানৰ নামটো লিখিলে কেইবা-বাৰো। লিখে আৰু মোহাৰে। এনেতে কিকুচিক উঠি অহা দেখা পালে বীতাই। তাইৰ ফালেই সি হাঁহি আগুৱাই আহিছে। বীতাই তাক ইংগিতেৰে নিজৰালৈ গৈ হাত মুখ ধুই আহিবলৈ নির্দেশ দিলে। বীতাৰ নির্দেশ মানি সি নিজৰাটোৰ ফালে লৰি গ'ল।

বীতা পুনৰ উঠি বহি নিজৰ উন্মুক্ত বক্ষ যুগললৈ চালে। কিকুচিৰ তেজৰ দাগ তেতিয়াও লাগি আছে তাত। বীতাৰ ঘিন ঘিন লাগিল। হাতেৰে ঘঁহি ঘঁহি তেজৰ দাগবোৰ উঠাবলৈ চেষ্টা কৰিলে।

এনেতে কিকুচি আহি সেই ঠাইত উপস্থিত হ'ল আৰু তাৰ ভাষাতে তাইক কিবা এটা ক'লে। তাই মূৰ তুলিয়েই নাচালে আৰু বুজিবলৈকো চেষ্টা নকৰিলে। কিকুচিয়ে পুনৰ কিবা এটা কৈ তাইৰ চুলিকোছাত খামুচি ধৰিলে। বীতাই দুখ পাই তালৈ চালে। কিকুচিৰ চকুত কামনাৰ জুই জ্বলিছিল। বীতা খিন্ন হ'ল আৰু তাৰ হাতৰ মুঠিৰ পৰা চুলিখিনি মুক্ত কৰি সজোৰে এটা চৰ কিকুচিৰ গালত বহুৱাই দিলে। কিকুচি লগে লগেই বীতাৰ ওপৰত জপিয়াই পৰিল। ইমান দিনৰ ধৈর্য তাৰ মনৰ দৃঢ়তা আজি যেন সকলো ছিন্ন ভিন্ন হৈ গৈছে। আবাউইৰ আশীর্বাদ লৈ আহিছে যেতিয়া আজিৰ পৰা আৰু তাৰ কোনো ভয় নাই। তাৰ দেহত যেন জুই জ্বলিছিল। বীতাৰ কোমল দেহাটো সি যেন চেপি খুন্দি নিঃশেষ কৰি পেলাব। বীতাই তাৰ বন্ধনৰ পৰা মুক্ত হ'বলৈ প্ৰাণপণে চেষ্টা কৰিও বিফল হ'ল।

হঠাৎ আকাশমার্গত কিবা এটা শব্দৰ সৃষ্টি হোৱাত কিকুচিয়ে আকাশলৈ চালে। বীতায়ো। সিদিনাৰ দৰে এখন হেলিকপ্টাৰ উৰি আহিছে পশ্চিম ফালৰ পৰা। এখন নহয়, পিছে পিছে আৰু এখন। দুয়ো স্থিৰ হ'ল। কিকুচিৰ চকুৱে মুখে আতংকৰ চিন। আৰু বীতাৰ চকুত উৎকণ্ঠা, কৌতুহল।

এখন হেলিকপ্টাৰ দ্বীপটোৰ ফালেই আহিছে আৰু আনখন অলপ আঁতৰেদি সাগৰৰ ওপৰেদিয়েই আগুৱাই আহিছে। কিকুচিয়ে ভয়ত বনটোৰ ফালে লৰ দিলে। বীতাই দ্বীপটোৰ ফালে অহা হেলিকপ্টাৰখনলৈ চাই হাত জোকাৰি

জোকাৰি চিঞৰিবলৈ ধৰিলে। এয়া কোনোবা কোষ্ট গাৰ্ডৰ হেলিকপ্টাৰ। বীতাই দেখিয়েই চিনি পালে। নিচেই তলেদি বীতাৰ ঠিক মূৰৰ ওপৰেৰে হেলিকপ্টাৰখন পাৰ হৈ গ'ল। বীতাই চিঞৰি চিঞৰি হেলিকপ্টাৰৰ পিছে পিছে লৰিবলৈ ধৰিলে। হঠাৎ হেলিকপ্টাৰখন আকৌ ঘূৰি আহিল আৰু বীতাৰ মূৰৰ ওপৰেদি পুনৰ পশ্চিম আকাশলৈ ঢাপলি মেলিলে। বোধহয় সিহঁতে বীতাক হেলিকপ্টাৰৰ পৰা দেখা পাইছিল। বীতাই হেলিকপ্টাৰখন যোৱাৰ ফালে সাগৰৰ পাৰে পাৰে লৰিয়েই থাকিল। লক্ষ্য মাত্ৰ হেলিকপ্টাৰখন। এঠাইত বীতা বাগৰি পৰিল। আৰু পৰাৰ পৰাই কৰুণ দৃষ্টিৰে চাই থাকিল পশ্চিম আকাশৰ ফালে।*

হেলিকপ্টাৰ দুখন আঁতৰি যোৱাৰ পিছত কিকুচি চুচুক চামাককৈ ঘৰটোৰ পৰা ওলাই আহিল আৰু পশ্চিম আকাশৰ ফালে চাই ৰ'ল। অনেক সময় ধৰি বীতা তেনেদৰে বালিৰ ওপৰত পৰি থকা দেখি কিকুচি আগুৱাই আহিল বীতাৰ ওচৰলৈ।

: [illegible]তা !—সি মাতিলে।

বীতাই কোনো সঁহাৰি নজনালে। এক দৃষ্টিৰেই নীলাকাশৰ ফালে স্তব্ধ হৈ চাই থাকে। জীৱনৰ এক স্বপ্ন ভংগ বেদনাত অভিভূত হয় বীতাৰ নয়ন যুগল।

এটা সময়ত বীতা উঠি বহে। কিকুচি বীতাৰ সন্মুখত থিয় হয়। বীতাই কিকুচিৰ মুখলৈ চায়। তাৰ মুখত তেতিয়াও কামনাৰ হাঁহি লাগি আছে। কিকুচিয়ে বীতাক উঠাবলৈ চেষ্টা কৰে। বীতা উঠিব নোখোজাত সি এখন হাতত ধৰি বীতাক বালিৰ ওপৰেদি ঘৰটোৰ ফালে চোচোৰাই লৈ যায়। বীতাই হাতত দুখ পাই কিকুচিৰ হাতৰ পৰা মুক্ত হ'বলৈ চেষ্টা কৰিও বিফল হয়। ককালত মেৰিয়াই ৰখা গছৰ বাকলিবোৰ খুলি খুলি বালিৰ ওপৰতে পৰি ৰয়। সেইবোৰলৈ কিকুচিৰ ভ্ৰূক্ষেপেই নাই। দুখ আৰু বেদনাত বীতাই কান্দি উঠে। এয়াই ভাইৰ পতি। বন্য পশুৰ লগত যাৰ কোনো পাৰ্থক্য নাই। বৰ্বৰ অসভ্য-ৰি নিজৰ প্ৰেয়সীৰ দুখ বেদনাৰ ভু নাপায়। আজিৰ পৰা বীতা কিকুচিৰ কামনা-বাসনাৰ সংগীৰ বাহিৰে আন একো নহব।

কিকুচিয়ে বীতাক নি ঘৰটোৰ আগফালে শুৱাই দিলে। নগ্ন শৰীৰটোৰে বীতা এডোখৰ কাঠৰদৰেই পৰি থাকিল। কিকুচিৰ যি ইচ্ছা তাকে কৰক। সি বীতাক ভাল নাপায় বুলি ভবাটো বীতাৰ ভুল হৈছে। বীতাৰ কাৰণেই কিকুচিয়ে চুমাৰীক হত্যা কৰিলে, নিজৰ জাতি নিজৰ গাওঁ ত্যাগ কৰিলে। বীতাক বচাই ৰাখিবলৈকে সি অনেক বিপদ মূৰ পাতি ল'লে। এনে স্থলত বীতাক সি ভাল নাপায় বুলি ভবাটো অন্যায় হ'ব। বীতাক সি আবাউইৰ ওচৰলৈ

নিছে, তাইক গ্ৰহণ কৰাৰ অৰ্থেই। ইয়াৰ পিছতো বীতাই কিকুচিক বাধা দিয়া জানো উচিত হ'ব ? এটা নৰখাদকৰ সন্তান কিকুচি। ইচ্ছা কৰিলেই সি বীতাক আহাৰ হিচাপে গ্ৰহণ কৰিব পাৰে। কিন্তু প্ৰেম ভাল পোৱা এইবোৰ তাৰ অন্তৰতো আছে—যেনেদৰে থাকে আন প্ৰাণীৰ মাজতো।

বীতাই তালৈ চাই এটা মৃদু হাঁহি মাৰিলে। কিকুচি লগে লগে তাইৰ দেহৰ ওপৰত বাগৰি পৰিল। সি তাৰ স্বভাবসুলভ বিশ্ৰী হাঁহিটো মাৰি বীতাক জোৰেৰে সাৱটি ধৰিলে। কিন্তু পিছ মুহূৰ্ত্ততে চিঞৰি উঠিল সি। বীতাৰ দেহৰ পৰা একে জাপে উঠি ভৰিৰ ফালে ঘূৰি চালে। সৰ্বাংগ নোমেৰে ঢকা বীভৎস দৈত্য মকৰা কাৰাংগেৰো এটা। খঙত তাৰ নোমবোৰ ফুলি উঠিছে। বোধহয় কিকুচিৰ ভৰি লাগিছিল তাৰ দেহত আৰু দুখ পাই সি কিকুচিৰ ভৰিত সজোৰে কামুৰি দিলে।

কিকুচিয়ে বীতাক চকুৰ পচাৰতে টানি উঠাই ঘৰটোৰ ভিতৰলৈ লৰি গ'ল আৰু দাখন উলিয়াই আনি কাৰাংগেৰোটো পলোৱাৰ আগতেই কাটি কেইবা টুকুৰা কৰিলে। কাৰাংগেৰোটো দেখি বীতাৰ মুখ ভয়ত বিবৰ্ণ হৈ পৰিছিল। সাংঘাতিক বিষাক্ত মকৰা এইবিধ।

কিকুচিয়ে ভৰিখনৰ কাৰাংগেৰোটোৱে কামোৰা অংশৰ ওপৰত এডাল নতাৰে মেৰিয়াই বান্ধি দিলে। তাৰ পিছত দাখনেৰে সেই অংশটো সামান্য ফালি দিলে। ডাঠ ৰঙা তেজৰ ধাৰা ক্ষত স্থানৰ পৰা সোঁ-সোঁৱাই বৈ আহিল। বীতাই কিকুচিৰ কাৰ্য কলাপবোৰ এঠাইত থিয় হৈ অবাক দৃষ্টিৰে চাই থাকিল।

অলপ পিছতে কিকুচিৰ ভৰিখন ভয়ানক ভাবে ফুলি উঠিল। কিকুচিয়ে বীতালৈ চাই বুজালে যে এবিধ গছৰ পাতৰ ৰস লগাই দিলে বিষটো লগে লগে কমি যাব। এতিয়া সি সেই গছজোপা ইয়াত পায় নেকি বিচাৰি বাৰ লগতে চিকাৰো বিচাৰিব। কাৰণ ফল গোপাৰ বাহিৰে খোৱা বস্তু একো নাই।

বীতাই বাধা নিদিলে। হাতত যাঠী আৰু দাখন লৈ কিকুচি হাবিৰ মাজলৈ সোমাই গ'ল।

বীতা নিজৰাটোলৈ গৈ গাধুৰৰ কাৰণে পানীত নামিল। পানীৰ পৰশ পোৱাৰ লগে লগে বীতাৰ গাল দুখন চেক চেকাই উঠিল। দুয়োখন গালতে হাত ফুৰাই চালে। কিকুচিয়ে আঁচুৰি দিছিল সজোৰে। তাতপানী লগাৰ লগে লগে চেকচেকাই উঠিছে। একে বাৰেই জন্তুৰ দৰে ব্যৱহাৰ কিকুচিৰ। কথাবোৰ মনত পৰাত বীতাৰ হাঁহি উঠিল।

অনেক সময় ধৰি বীতাই সাঁতুৰি নাদুৰি থাকিল। তাৰ পিছত উঠি আহি এটা শিলৰ ওপৰত বহি ৰ'লে গাটো শুকুৱাৰৰ কাৰণে। এই মুহূৰ্ত্তবোৰ

ৰীতাৰ ভাল লাগে। কিবা যেন এক প্ৰশান্ত আবেষ্টনৰ মাজত বন্দী। ওপৰত মেঘমুক্ত সুনীল আকাশ। চাৰু চন্দ্ৰাতপ। পিছ্ ফালে ঘন সেউজ অৰণ্য আৰু পাহাৰ। সন্মুখত সুনিৰ্মল, জ্যোতিৰ্ময় মহাসমুদ্ৰ। সমুদ্ৰৰ ফালে চকু যোৱাৰ লগে লগে ৰীতা চমকি উঠে। অন্তৰৰ ভিতৰত কিহবাই যেন আৰ্তনাদ কৰি উঠে। পশ্চিম দিগন্তত এখন জাহাজ ভুমুকি মাৰিছে। ৰীতা লগে লগে শিল-টোৰ ওপৰত থিয় হ'ল। এতিয়াও অনেক দূৰত। হয়তো জাহাজখন এইফালেই আহিব পাৰে। ৰীতা লগে লগে ঘৰটোলৈ লৰি গ'ল। সযতনে ৰাখি থোৱা নিজৰ কাপোৰবোৰ উলিয়াই পিন্ধিলে। সেই জাহাজ সভ্য জগতৰ, —সিহঁতৰ আগততো নগ্ন হৈ দেখা দিব নোৱাৰি।

কাপোৰখিনি পিন্ধাৰ লগে লগে তাই যেন সভ্যজগতত আছে; বৰ্বৰ জগত খনৰ কথা মাথোন এটা দুঃস্বপ্নহে।

ৰীতা লৰি ওলাই গ'ল বাহিৰলৈ। পুনৰ এটা শিলত উঠি অপলক নেত্ৰেৰে চাই ৰ'ল জাহাজখনলৈ। সভ্য জগতখনলৈ ঘূৰি যাবলৈ ৰীতাৰ মনত প্ৰবল স্পৃহা জাগিল। সভ্য জগতলৈ তাই ঘূৰি যাবই। তাতেইতো আছে তাইৰ সকলো শৈশৱৰ স্মৃতি, আইভানৰ প্ৰেম, আনন্দ হাঁহি মৰম বিজড়িত হৈ থকা ঘৰখন........

এটা মুহূৰ্তকে এটা যুগ যেন লাগিল ৰীতাৰ। জাহাজখনৰ যেন গতিয়েই নাই। এটা যদি দূৰবীন থকাহেঁতেন। ইমান দূৰৰপৰা ৰীতাক জানো দেখা পাব? ওচৰেদি যোৱা হ'লেও ৰীতা ডোংগাখনত উঠি কিছু দূৰ আগুৱাই যাব পাৰিলেহেঁতেন।

চাই চাই ৰীতাৰ চকু বিষাল। কিন্তু জাহাজখন ক্ৰমান্বয়ে দেখোন দ্বীপ-টোৰ ফালেই আহি আছে। ৰীতাৰ বুকু দ্ৰুত উঠানমা কৰিবলৈ ধৰিলে। অত্যন্ত উৎকণ্ঠা আগ্ৰহ আৰু কৌতুহলৰ মাজেৰে ৰীতাই সময়বোৰ পাৰ কৰিবলৈ ধৰিলে। জাহাজৰ প ৰ শক্তিশালী দূৰবীণৰ দ্বাৰা ৰীতাক দেখা পাইছে নেকি? যদি দেখা পাইছে উদ্ধাৰ নকৰিবনে ৰীতাক? ৰীতাই হাত দুখন ওপৰলৈ তুলি জোকাৰি-বলৈ ধৰিলে গভীৰ আশা বুকুত বান্ধি।

ধীৰে ধীৰে সমস্ত জাহজখন ৰীতাৰ দৃষ্টিগোচৰ হ'ল। জাহাজ আৰু ৰীতাৰ ব্যৱধান মাত্ৰ কেই কিলোমিটাৰমান। ৰীতাৰ ধৈৰ্যৰ বান্ধ সুলকি পৰিল। শিল-টোৰ পৰা জপিয়াই নামি ৰীতা বলিয়াৰ দৰে লৰি গল ডোংগাখনৰ ওচৰলৈ। ডোংগাৰ ওচৰতে কিছু সময় থিয় হৈ থাকি জাহাজখন নিৰীক্ষণ কৰিলে। জাহাজখন আৰু ওচৰ চাপি আহিল আৰু সাগৰৰ মাজ অংশত ৰৈ গ'ল। আনন্দত ৰীতা আত্মহাৰা হৈ পৰিল। তাইক নিশ্চয় জাহাজৰ পৰা দেখা পাইছে আৰু

হয়তো সেই কাৰণেই জাহাজখন বৈছে। জাহাজখন সম্ভৱ সেই ঠাইৰ পৰা আৰু আগবাঢ়ি নাহে।

বীতাই পাৰে মানে জাহাজখনলৈ চাই চিঞৰিলে আৰু তাৰ পিছত ডোংগাৰ বান্ধটো খুলি দি জপিয়াই ডোংগাখনত উঠিল। বঁঠা মাৰিব বীতাই নাজানে। তথাপি যেনেদৰে পাৰে জাহাজখনৰ ওচৰ চাপিবলৈ চেষ্টা কৰিলে। চলং পলংকৈ সমুদ্ৰৰ মাজলৈ ডোংগাখন আগুৱাই গ'ল। বীতা ইমান উত্ৰাৱল হৈ পৰিছিল যে ডোংগাখনত বীতাই সমতা স্থাপন কৰিব নোৱাৰাত মাজে মাজে একাটিয়া হৈ পানী সোমোৱাৰ উপক্ৰম হৈছিল।

: খ..তা !—পাৰৰ পৰা অহা চিঞৰত বীতাই পিছলৈ ঘূৰি চালে।

হাতত যাঠী ডাল লৈ পাৰত থিয় হৈ আছে কিকুচি। সি অংগী ভংগীৰে বীতাক ঘূৰি আহিবলৈ নিৰ্দেশ দিলে। চকুৱে মুখে তাৰ প্ৰচণ্ড আতংকৰ চিন। বীতাই তাৰ চিঞৰত গুৰুত্বই নিদিলে। তাৰ পিছতো সি চিঞৰিয়েই থাকিল। বীতা ঘূৰি নাহি সমুদ্ৰৰ মাজলৈ আগবাঢ়ি গৈ থকা দেখি কিকুচিৰ ধৈৰ্য চ্যুতি ঘটিল। হাতৰ যাঠীডাল দূৰলৈ দলিয়াই পেলাই সি সাগৰত জপিয়াই পৰিল। কিকুচি পানীত পৰাৰ শব্দত বীতাই পিছলৈ ঘূৰি চালে। তীব্ৰ গতিৰে কিকুচি ডোংগাখনৰ ফালে সাতুৰি আহিছে। বীতাৰ ডোংগাৰ গতি কিন্তু আছিল মন্থৰ। এডাল বঁঠা চলালে আনডাল চলাবলৈ পাহৰে। চলাব নজনাৰ ফলত ডোংগাখন একে ঠাইতে কেইবাপাকো ঘূৰাৰ পিছতহে সামান্য আগবাঢ়ে।

ইতিমধ্যে জাহাজৰ পৰা এখন নাও নমোৱা দেখা পালে বীতাই। তীব্ৰ গতিৰে নাওখন বীতাৰফালে আগুৱাই অহা দেখি বীতাই স্বস্তিৰ নিশ্বাস এৰিলে।

এনেতে কিকুচি সাতুৰি আহি ডোংগাখনৰ এমূৰত এহাতেৰে ধৰি ডোংগাত উঠিবলৈ চেষ্টা কৰিলে। বীতাই কিকুচিৰ হাতত বঁঠাডালেৰে সজোৰে আঘাত কৰিলে। কিকুচিয়ে হাত এৰি দিয়াৰ লগে লগে বীতায়ো ভাৰসাম্য ৰাখিব নোৱাৰি ডোংগাৰ পৰা বাগৰি পৰিল। ডোংগাখনতো লগে লগে সাগৰৰ এজোলোকা পানী সোমাই সাগৰৰ অতল গহ্বৰৰ ফালে চাপৰি মেলিলে

পানীত পৰিয়েই বীতাই আহি থকা নাওখনৰ ফালে প্ৰাণপণে সাতুৰি আগ বাঢ়িল। কিকুচিয়েও পিছ নেৰিলে। সি বীতাক মাৰবলৈ নিদিব। কাৰোবাংগে- ৰোৱে কাৰোবা ঠাইডোখৰত সি শাৰে কাটি দিছিল। সমুদ্ৰৰ নুনীয়া পানী লাগি ভীষণ ভাৱে জ্বলিছিল। তদুপৰি বন্ধ হোৱা তেজ আকৌ ওলাবলৈ ধৰিলে। সমুদ্ৰৰ পানীত মিহলি হোৱা সামান্য তেজৰ গোন্ধ পায়েই কীতাত সাতুৰি ফুৰা কেইটামান হাংগৰ সিইঁতকে লক্ষ্য কৰি খৰি আহিল।

কিকুচিয়ে ৰীতাৰ ভৰি এখনত ধৰি পেলালে। আৰু লগে লগে পিছলৈ টানিলে।

: হেল্প হেল্প মি.........। —ৰীতাই কাতৰ স্বৰেৰে চিঞৰিবলৈ ধৰিলে।

হঠাৎ সমুদ্ৰৰ ফালৰ পৰা কোনোবা দুজনে ৰীতাৰ দুবাহুত ধৰিলে। নাওখন ওচৰত দেখি ৰীতাই আনন্দত আত্মহাৰা হৈ পৰিল। নাৱৰ পৰা কোনোবা এজনে ব'ঠা এডাল আগবঢ়াই দিলে।

: পিছৰ জন তোমাৰ সংগীনে ?—কোনোবা এজনে ৰীতাক উদ্দেশ্যি ইংৰাজীত কোৱা শুনিলে।

: নহয়, নহয়........সি এটা বৰ্বৰ......নৰখাদক....মোক উদ্ধাৰ কৰা......ৰীতাই চিঞৰি চিঞৰি ক'লে।

লগে লগে এজনে ব'ঠাৰে কিকুচিৰ মূৰত প্ৰচণ্ড জোৰেৰে আঘাত কৰিলে। তথাপিও সি ৰীতাৰ ভৰিৰ পৰা এৰি নিদিলে। নাৱৰ পৰা আন এজনে তাৰ বুকুত ব'ঠাৰে সজোৰে এটা খুন্দা মাৰিলে। এইবাৰ তাৰ হাতৰ বান্ধ শিথিল হ'ল। লগে লগে নাৱৰ মানুহ কেইজনে ৰীতাক নাৱলৈ উঠালে।

: ৰী....তা !—সি পানীৰ পৰাই চিঞৰি হাত এখন আগবঢ়ালে।

নাৱৰপৰা এজনে তাৰ বুকুলৈ বন্দুক টোৱালে। ৰীতাই লৰি গৈ বন্দুকৰ নল ওপৰলৈ উঠাই দি চিঞৰি উঠিল, : গুলি নকৰিব; তাক ঘূৰি যাবলৈ দিয়ক।

: ৰী..ৰী..তা !—কিকুচিয়ে আকৌ চিঞৰিলে।

তাৰ সেই চিঞৰত যেন মিহলি হৈ আছিল অনেক বেদনা, লগতে সভ্য মানুহবোৰৰ প্ৰতি ঘৃণা, বিদ্বেষ, আক্ৰোশ।

: হাংগৰ !—হঠাৎ এজনে চিঞৰি উঠিল।

সকলোৱে সমুখলৈ চালে। কিকুচিৰ পিছ ফালে চাৰিটা মান বৃহৎ আকাৰৰ হাংগৰ। তীব্ৰ বেগেৰে লৰি আহিছে সিহঁত কিকুচিৰ ফালে। বিপদৰ গোন্ধ পাই কিকুচিয়ে পিছলৈ ঘূৰি চালে। মৃত্যু ভয়ত সি প্ৰচণ্ড জোৰেৰে চিঞৰি উঠিল। পিছ মুহূৰ্ততে সি সহায়ৰ বাবে, তাৰ জীৱন ৰক্ষাৰ বাবে নাওখনত থকা সভ্য মানুহবোৰৰ ফালে হাত দুখন আগবঢ়াই দিলে। সি ৰীতালৈ চাইছিল। ৰীতাই বুজি পাইছিল তাৰ চকুৰ ভাষা।

মুহূৰ্তৰ ভিতৰতে হাংগৰ কেইটাই কামুৰি তাৰ দেহাটো ডোখৰ ডোখৰ কৰি পেলালে। আৰু পিছত কেইটামান হাংগৰ নাওখনৰ ফালেও আগুৱাই আহিল। নাৱৰ পৰা একেলগে কেইবাটাও বন্দুক গৰজি উঠিল। আঘাত প্ৰাপ্ত হৈ হাংগৰবোৰ যেনিতেনি পলাল।

এটা দীঘল হুমুনিয়াহ এৰিলে ৰীতাই।

: মেডাম, আপোনাৰ পৰিচয় ?—কোনোবা এজনে বীতাক সুধিলে।

বীতাই সংক্ষেপে নিজৰ দুখৰ কাহিনী বৰ্ণালে।

: তেন্তে 'বুমাৰেং' জাহাজৰ দুৰ্ভগীয়া মানুহ গৰাকী আপুনিয়েই আছিল ?—মানুহজনে আচৰিত হৈ সুধিলে।

: হয়। —বীতাই ক'লে।

: আমিতো ভবাই নাছিলোঁ আপুনি জীৱিত আছে বুলি।

: আপোনালোক কোন আৰু যাব ক'লৈ ?—বীতাই প্ৰশ্ন কৰিলে।

: এই আটলান্টিক মহাসাগৰৰ বুকুত থকা অনেক অনাবিষ্কৃত দ্বীপ আবিষ্কাৰৰ হেতু আজি কিছুদিনৰ পূৰ্বে দুখন জাহাজে যাত্ৰা আৰম্ভ কৰিছিল। দুৰ্ভাগ্যবশতঃ আজি এসপ্তাহৰ আগতে আমাৰ এখন জাহাজ হেৰাই যায়, যিখনৰ নাম আছিল 'মাৰিয়া'। সেইখনৰ উদ্ধাৰৰ বাবে বা ক'ৰবাত কিবা সূত্ৰ পাওঁ বুলি আমি চেষ্টা চলাই আছোঁ। আমাক সহায় কৰিছে কোষ্ট গাৰ্ডসকলে। তেওঁলোকৰে 'চাৰ্চ এণ্ড ৰেচকিউ স্কোৱাৰ' সন্থা দুখন হেলিকপ্টাৰ আজি এই কালে উৰি আহোতে আপোনাক দেখা পায় আৰু আপোনাক এই দ্বীপৰ বাসিন্দা নহয় যেন অনুমান কৰি লগে লগেই আমাক খবৰ দিয়ে। আমি পোনতে ভাবিছিলোঁ আমাৰ হেৰোৱা জাহাজৰে কোনোবা যাত্ৰী। যিহওক, ঈশ্বৰক অশেষ ধন্যবাদ যে আপোনাক আমি উদ্ধাৰ কৰিব পাৰিলোঁ। আপুনিতো 'চচাইটি ফৰ দি ষ্টাডি অব্ দি আন এক্সপ্লোৰডৰ সদস্য আছিল নহয় জানো ?

: হয়। —বীতাই উত্তৰ দিলে।

: তেন্তে আপুনি আইভান টি চেণ্ডাৰচনক জানে ?

আইভানৰ নাম শুনাৰ লগে লগেই বীতাই জপিয়াই উঠিল।

: ক'ত, ক'ত আইভান ?—উৎকণ্ঠাৰে বীতাই প্ৰশ্ন কৰিলে।

: তেখেতক আমি চিনি পাওঁ, ভালদৰেই জানো। —মানুহজনে ক'লে।

ইতিমধ্যে নাওখন জাহাজৰ ওচৰ চাপিল। আটাই কেইজন জাহাজত উঠিল। মুহূৰ্তৰ ভিতৰতে বীতাৰ কাহিনী গোটেই জাহাজতে বিয়পি পৰিল। আটায়ে বেৰি ধৰিলে বীতাক। সকলোৱে বীতাৰ মুখেৰেই জানিব বিচাৰিলে বীতাৰ সেই ভয়াবহ কাহিনী।

অলপ পিছতে কেপ্টেন আহিল বীতাৰ ওচৰলৈ। তেখেতে আথেবেথে বীতাক এটা কেবিনলৈ লৈ গ'ল।

: মোৰ নাম ক্রিষ্টোফাৰ ডি গ্ৰেবাউস্কি। মই এই 'এনচেনট্ৰেচ' নামৰ জাহাজখনৰ কেপ্টেন। মই আপোনাৰ বিষয়ে ইতিমধ্যে সকলো গম পাইছোঁ। যিহওক, আপোনাৰ মুখৰ পৰাই মই সবিশেষ পিছত শুনিম; কিন্তু এতিয়া আপোনাক

খুব ক্লান্ত যেন লাগিছে। ইয়াতে জিৰণি লওক আপুনি। একাপ চাহ খাবনে, নে কফি ?—কেপ্টেনে সুধিলে।

: ওহোঁ, যদি পাৰে এক পেগমান ব্ৰাণ্ডি দিয়ক। মোৰ শৰীৰৰ জড়তা ক্লান্তি দূৰ কৰাত সিয়ে সহায় কৰিব। —বীতাই ক'লে।

কেপ্টেনে হাঁহি এটা মাৰি কোনোবা এজনক ব্ৰাণ্ডি আনিবলৈ নিৰ্দেশ দিলে। অলপ পিছতে গিলাচ এটাত ব্ৰাণ্ডি অলপ আনি বীতাৰ হাতত দিয়া হ'ল।

: আজি ইমান দিনৰ মূৰত নিজৰ ভাষাত কথা কৈ মোৰ যে কিমান আনন্দ লাগিছে তাক মই ভাষাৰে বুজাব নোৱাৰিম। —বীতাই ক'লে

: আপুনি নৰখাদকৰ দেশৰ পৰা অক্ষত দেহাৰে ঘূৰি আহিছে। কাইলৈ এইটোৱেই বাতৰিৰ 'হেডলাইন' হ'ব। সাংবাদিকসকলৰ বাবে এতিয়াই সাৱধান হওক।

বীতাই হাঁহি মাৰি ব্ৰাণ্ডিখিনি পি পালে। বীতাৰ হিয়া শাঁত পৰি গ'ল। এক পৰম শান্তিত চকু দুটা মুদি দিলে। কেপ্টেনে বীতাক আৰাম কৰিবলৈ দি কেবিনৰ পৰা ওলাই গ'ল।

বীতাই জাহাজৰ পৰা দূৰৰ দ্বীপটোলৈ চালে। কোকা দ্বীপ। য'ত কিকুচিয়ে সংসাৰ পতাৰ সপোন দেখিছিল। দুয়ো মিলি তৈয়াৰ কৰা ঘৰটোলৈ মনত পৰিল। আৰু সেই চাংখন, যিখনত দুয়ো একেলগে শুইছিল। এইবোৰ এদিন সকলো ভাগি ছিগি যাব। কিকুচি আৰু বীতাৰ স্মৃতি তাত একোকে নাথাকিব। কিকুচিৰ কথা মনলৈ অহাত বীতাৰ দুখ লাগিল। বেচেৰাটো ! সি যে বীতাক ঘূৰাই নিবলৈ কেনেদৰে সাঁতুৰি আহিছিল ! সি জীয়াই থকাহেঁতেন অৱশ্যে তাৰ জীৱনটো ভীষণ দুঃখময় হ'লহেঁতেন। কোকা দ্বীপটোত অকলশৰে সি কেনেদৰে বাচি থাকিব ? অসম্ভৱ। নাভাৱো দ্বীপলৈকো সি ঘূৰি যাব নোৱাৰিলেহেঁতেন। কাৰণ তাক শাপাতেবোৰে নৃশংসভাৱে হত্যা কৰিলেহেঁতেন। তাৰ মৃত্যু হোৱাত ভালেই হৈছে। নাভাৱো দ্বীপত বীতাৰ আৱিৰ্ভাৱেই তাৰ জীৱনৰ গতি সকলো ওলট পালট কৰি দিলে। বীতাই এটা দীঘলীয়া হুমুনিয়াহ এৰি বিছনাত বাগৰ দিলে।

●

## ॥ এঘাৰ ॥

সৰু চহৰ চাৰ্লচটন। ৰীতা পোনতে তালৈকে গ'ল। বিভিন্ন সংবাদ পত্ৰৰ বিভিন্ন সাংবাদিকসকলেও ৰীতাৰ পিছ লৈছিলে। ৰীতা অতিষ্ঠ হৈ পৰিল। সাংবাদিকবোৰৰ ৰক্ষা পাবলৈ ৰীতাই সেই চহৰতে পুৰণি চিনাকি বান্ধৱী এগৰাকীৰ ঘৰত উঠিলগৈ।

বান্ধৱীৰ নাম জুলি। হঠাৎ জুলিয়ে ৰীতাক দেখি অবাক হ'ল।

: কি হ'ল ? মৰিলো বুলি ভাবিছিলা ?—ৰীতাই হাঁহি সুধিলে।

জুলি তেতিয়াও বিস্ময়ত হতবাক।

: মই মৰি ভূত হৈ অহা নাই জুলি ! মই ৰীতা, তোমাৰ বান্ধৱী। —জুলিৰ গাত ধৰি ৰীতাই জোকাৰি দিলে।

: কিন্তু তু..তুমি. .

: কম, সকলো কম তোমাক, কিন্তু মোক কোৱাচোন আইভানৰ খবৰ কি আৰু তেওঁ বৰ্ত্তমান ক'ত ?—ৰীতাই জুলিক দুহাতত ধৰি প্ৰশ্ন কৰিলে।

: আইভানৰ বিষয়ে মই বৰ্ত্তমান একো নাজানো ৰীতা। তোমাৰ দুৰ্ঘটনাৰ পিছতে এবাৰ মোৰ ইয়ালৈ আহিছিল। তাৰ পিছত.......

: তেওঁ মোৰ কাৰণে দুখ কৰা নাছিলনে ? বলিয়াৰ দৰে হোৱা নাছিল নে ?—ৰীতাই আগ্ৰহেৰে প্ৰশ্ন কৰিলে।

: কিয় নহ'ব ? খুব দুখ কৰিছিল তেওঁ। বোধহয় তেওঁ এতিয়া উইল-মিংটন চহৰতে থাকে।

: উইলমিংটন ? মই ঠিকেই ভাবিছিলোঁ। তথাপিও মই তেওঁৰ ওচৰলৈ পোনে পোনে নগৈ তোমাৰ তাত সোমালো আৰু ইয়াৰ পৰাই তেওঁলৈ ফোন কৰিম। তেওঁ অবাক হৈ যাব। বিশ্বাসেই নকৰিব হ্বাগৈ।

: বাৰু এইবোৰ কথা পোৱাচোন এতিয়া। প্ৰথমতে তোমাৰ কাহিনী কোৱা। আহাঁ, একেবাৰে ভিতৰলৈ আহা। —জুলিয়ে ৰীতাক ভিতৰলৈ টানি লৈ গ'ল।

ৰীতা ভিতৰত সোমাই পৰিল। জুলিৰ চকুৰপচা তেতিয়াও বিস্ময়ৰ আৰ ৰাজৰা নাই।

: মোৰ কাহিনী শুনিবা ?—ৰীতাই হাঁহি পুনৰ সুধিলে।

: নিশ্চয় শুনিম। ইমান দিন ক'ত আছিলা, হঠাৎ ক'ত নোহোৱা হ'লা....।

: কিন্তু কিবা অলপ খাই ল'লে ক'বলৈ ভাল লাগিলহেঁতেন।—ৰীতাৰ কথাত জুলিয়ে হাঁহি মাৰি ডাইনিং ৰুমলৈ গ'ল।

ক্ষন্তেক পিছতে নিজহাতেৰে কিছু আহাৰ তৈয়াৰ কৰি আনি ৰীতাক খাবলৈ দিলে। খাই থকাৰ মাজতে ৰীতাই আৰম্ভ কৰিলে নিজৰ কাহিনী। অবাক হৈ জুলিয়ে ৰীতাৰ কাহিনী শুনি গ'ল।

কাহিনী শেষ কৰি ৰীতাই টেলিফোন ডাইৰেক্টৰীখন হাতত লৈ আইভানৰ নম্বৰটো বিচাৰিবলৈ ধৰিলে।

: কাৰ নম্বৰ বিচাৰিছা ?—জুলিয়ে সুধিলে।

: আইভানৰ।

: এটা কাম কৰা ৰীতা। — জুলিয়ে কিবা ক'ব বিচাৰিলে।

ৰীতাই আগ্ৰহেৰে জুলিলৈ চালে।

: আইভানলৈ ফোন কৰাৰ আৱশ্যক নাই। কাইলৈ পুৱাতে আমি দুয়ো তেওঁৰ ওচৰ ওলাওঁগৈ ব'লা। আইভানে তোমাক দেখি হতভম্ব হ'ব। এতিয়া ফোন কৰি জনোৱাৰ আৱশ্যক নাই।

: ঠিক আছে, কাইলৈ তুমি ওলাবাতো ?—ৰীতাই সুধিলে।

: নিশ্চয়, কিয় নাযাম। আইভানে যে কি ভাবিব তোমাক দেখিলে !—জুলিয়ে ক'লে।

ৰীতাই হাঁহিলে।

: পিছে এইবাৰ কিন্তু নেৰিছোঁ। মইতো গৈয়েই আইভানক বিয়াৰ বিষয়ে সুধিম। তোমালোকৰ বিয়াখন সোনকালে হৈ যাওক। আমিও ফুৰ্তি কৰিম। —জুলিয়ে ক'লে।

: বিয়াৰ বিষয়ে হ'ব বাৰু। ব'লা মই ভালকৈ গাটো ধুই আহোঁ। বাথ ৰুম যে কি বস্তু মই পাহৰিয়ে পেলাইছোঁ। অৱশ্যে তাত নিজৰাৰ পানীত মুক্ত ভাৱে গা ধোৱাৰ এক বেলেগ আমেজ আছে।

জুলিয়ে ৰীতাক বাথৰুমলৈ লৈ গ'ল।

: তুমি ইয়াত যিমান সময় ইচ্ছা হয়, সিমান সময় ধুব পাৰা। নিজৰাত গা ধোৱাৰ দৰেই লাগিব। কিন্তু তোমাৰ গা ধোৱা চাবলৈ মইনো ক'ব পৰা কিৰুচিৰ দৰে যুৱক এজন পাওঁ ?

: অসভ্য কৰবাৰ।—জুলিৰ কথাত ৰীতাই কৃত্ৰিম খং দেখুৱালে।

জুলি হাঁহি হাঁহি আঁতৰি গ'ল।

ৰীতা বাথ ৰুমৰ ভিতৰলৈ সোমোৱাৰ লগে লগে জুলি আকৌ আহিল নিজৰ কাপোৰ অলপ লৈ।

: ৰীতা, এইখিনি কাপোৰ যদি বেয়া নোপোৱা তুমি পিন্ধিব পাৰা। — জুলিয়ে ক'লে।

: ধন্যবাদ জুলি, মই তোমাক কাপোৰৰ কথা কম বুলি ভাবিছিলোঁৱেই। মোৰ এইবোৰ কাপোৰৰ কথাতো তোমাক কৈছোৱেই। —ৰীতাই হাঁহি ক'লে।

জুলি আঁতৰি যোৱাৰ পিছত ৰীতাই দেহৰ পৰা সমস্ত কাপোৰবোৰ খুলি সম্পূর্ণ নিৰাভৰণ হৈ বাথটাবত সোমাল। বহু দিনৰ মূৰত আকৌ এনেদৰে গা ধুবলৈ পাই ৰীতা এক বেলেগ আমেজ অনুভব কৰিলে। বহু সময় ধৰি পৰি থাকিল বাথ টাবৰ মাজত। তাৰ পিছত বাথটাবৰ পৰা ওলাই ৰীতা শীতল পানীৰ 'চাৱাৰ'টোৰ তলত থিয় হৈ 'চাৱাৰ'ৰ নলটো ঘূৰাই দিলে। দেহৰ পৰা সমস্ত ফেনবোৰ পানীয়ে ধুৱাই লৈ গ'ল। ৰীতাই নিজৰ বক্ষ যুগলৈ চালে। কিকুচিয়ে নিজৰ শৰীৰৰ তেজেৰে ৰীতাৰ বক্ষ যুগল বোলাই দিছিল কিমান গভীৰ আস্থাৰে কিমান গভীৰ বিশ্বাসেৰে। তাৰ সেই বিশ্বাস, আস্থা ৰীতাই জানো ৰাখিব পাৰিলে। অৱশেষত সিয়েই হেৰাই গ'ল।

ৰীতাই দুই বক্ষৰ মাজত বিচাৰিলে কিকুচিৰ তেজৰ দাগ। জানোচা ক'ৰবাত লাগি আছেই। পিছে এইবোৰ কথা জানো আইভানক ক'ব? এইবোৰ কথা ক'লেনো আইভানে কিয় বেয়া পাব? বৰঞ্চ আমোদহে পাব।

সভ্য জগতখনলৈ পুনৰ ঘূৰি আহিবলৈ পাই ৰীতাৰ কিমান যে ভাল লাগিছে! সেই বৰ্বৰ জগতখন ৰীতাৰ এক ভয়ানক অভিজ্ঞতা। এনে অভিজ্ঞতা পৃথিৱীৰ আৰু কেইজনৰনো হৈছে। এনিশাৰ ভিতৰতে ৰীতা বিখ্যাত হৈ পৰিব। মানুহ অবাক হ'ব এই কাহিনী শুনি। বিয়াৰ পিছত ৰীতাই এই অভিজ্ঞতাক লৈ এখন কিতাপ লিখিব। নিঃসন্দেহে এক জনপ্ৰিয় কিতাপ হ'ব। ডঃ হেমিংটনে লিখা কিতাপতকৈও ৰীতাৰখন সুন্দৰ হ'ব। কাৰণ ৰীতাৰ অভিজ্ঞতা আৰু বেছি আৰু লোমহৰ্ষক।

অকস্মাৎ ৰীতাৰ মনত পৰিল ডাহানিতে কোকা দ্বীপত পদাৰ্পণ কৰা ৰোণাল্ড হিল আৰু পিটাৰ বেইলীৰ কথা। বৰ ভুল কাম কৰিলে ৰীতাই। ৰোণাল্ড হিলৰ ডায়েৰীখন বেলেডেনে লৈ আহিব লাগিছিল। যাহক, ভেওঁলোকৰ নৰকংকাল দুটা কবৰ দি আহি ৰীতাই খুব ভাল কাম কৰিছে। ভেওঁলোকৰ আত্মাই সদগতি লাভ কৰক।

বাথৰুমত থকা বৃহৎ বৃহৎ 'লুকিং গ্লাচ'বোৰৰ সন্মুখত থিয় হৈ ৰীতাই নিজৰ চেহাৰাটো ঘূৰি পকি চালে। বহুত পৰিবৰ্তন হৈ গৈছে চেহাৰাটোত। আগৰ সেই

মসৃনতা যেন নাই। চকুৰ গুৰিবোৰো ভীষণ ক'লা পৰিছে। দেহৰ সৰ্বাংগতে কাইটৰ আঁচোৰ। অৱশ্যে এইবোৰ নিশ্চয় স্থায়ী হৈ নৰ'ব দেহত। লাহে লাহে সকলো ঠিক হৈ যাব।

জুলিয়ে দিয়া পোচাকযোৰ পিন্ধি বীতা বাহিৰলৈ ওলাই আহিল।

: গা ধোৱা হ'ল ? কেনেকুৱা লাগিল গা ধুই ?—জুলিয়ে হাঁহি সুধিলে।

: খুব ভাল লাগিল। সকলোবোৰ ক্লান্তিৰ যেন আজিহে পৰি সমাপ্তি ঘটিছে।

: তুমি তোমাৰ ঘৰলৈ নোযোৱা ?

: যাম। প্ৰথমতে আইভান, তাৰ পিছতহে আন চিন্তা। মোৰ লগত আইভানো যাব মোৰ ঘৰলৈ। উইল্‌মিংটনৰ পৰা ডাব্‌লিন তাৰ পৰা ৱাৰ্ষ, ৱাৰ্ষৰপৰা নিউইয়ৰ্ক।

এনেতে ফোনটো বাজি উঠাত জুলিয়ে গৈ ক্ৰেডেলৰ পৰা ৰিচিভাৰটো উঠাই লৈ ক'লে, : হেল্লো,......।

: আপুনি কোনে কৈছে ?

: মই জুলি এনক্ৰ। আপুনি........

: ধন্যবাদ, মই আপোনাকে বিচাৰিছোঁ। মই 'দি ডন', পত্ৰিকাৰ অফিচৰ পৰা কৈছোঁ। বাৰু, ৰীতা স্কেলিফনি নামৰ মহিলা গৱাকী, যি গৱাকীক নৰখাদকৰ দেশৰপৰা এন্‌চেচ্‌ট্ৰেচ' নামৰ জাহাজখনে উদ্ধাৰ কৰি আহিছে তেখেত দেশৰ পৰা আপোনাৰ ঘৰত উঠিছেহি নেকি ?

: দুখীত। তেওঁ আহিছিল, কিন্তু গ'লগৈ।—জুলিয়ে ক'লে।

: গ'ল ? ক'লৈ গ'ল জানেনে ?

: বোধহয় ডাবলিনলৈ যাব। তাতে তেওঁৰ ঘৰ।

: তেখেতে আমাক এটা সাক্ষাৎকাৰ দিয়াৰ প্ৰতিশ্ৰুতি দিছিল।

: আপোনাক সহায় কৰিব নোৱাৰি মই দুখীত। —এই বুলি জুলিয়ে ৰিচিভাৰটো থৈ ৰীতালৈ চাই হাঁহিলে।

: কোনোবা সাংবাদিক ? —ৰীতাই সুধিলে।

: 'দি ড'ন্'ৰ পৰা সুধিছিল। তুমি সাক্ষাৎকাৰ দিয়াৰ কথা কৈছিলা ?

: মই আইভানক লগ নোপোৱা পৰ্যন্ত কাকো সাক্ষাৎকাৰ নিদিওঁ। এতিয়া অলপ আৰাম কৰি লওঁ।

জুলি আৰু ৰীতা দুয়ো বিছনাত বাগৰ দিলে।

: সঁচাকৈয়ে তোমাৰ এটা সাংঘাতিক অভিজ্ঞতা হ'ল।—জুলিয়ে ক'লে।

: সেই দিনবোৰৰ কথা ভাবিলে মোৰ কিবা সপোন সপোন লাগে। গা

শিয়ঁৰি উঠে কিছুমান দৃশ্যৰ কথা মনত পৰিলে। তুমি কল্পনাই কৰিব নোৱাৰিবা মই যিবোৰ ঘটনাৰ সন্মুখীন হৈছিলোঁ। সেই নাভাবো দ্বীপটোত মোৰ বাবে আতংকৰ বাহিৰে আন একো নাছিল।

: কেতিয়াবা উদ্ধাৰ হ'ব পাৰিব বুলি তুমি বাৰু ভাবিছিলা নে?

: কেতিয়াবা ভাবিছিলোঁ যে এদিন নহয় এদিন মই ইয়াৰ পৰা যাব। পাৰিমেই; কিন্তু কেতিয়াবা মন একেবাৰে হতাশ হৈ পৰিছিল। আইভানৰ কথা মনলৈ আহিলেই মই ভাবো যে এদিন নহয় এদিন মই বুৰি যামেই। কিন্তু যিদিনা কিকুচিয়ে সিহঁতৰ দেৱতাৰ আগত তাৰ তেজেৰে মোৰ বক্ষ ৰঞ্জিত কৰিলে তেতিয়াই মই সকলো আশা এৰি দিলো। নিজকে বৰ্বৰ সমাজৰ বাসিন্দা যেন লাগিছিল।

: কিকুচিয়ে ছাগৈ তোমাক খুব ভাল পাইছিল।

: সিয়েইতো মোক কেইবাবাৰো আসন্ন বিপদৰ পৰা উদ্ধাৰ কৰি মোৰ প্ৰাণ ৰক্ষা কৰিছিল।

: আৰু শেষত গৈ সি প্ৰাণ দিব লগা হ'ল?

:তাৰ বাহিৰে আৰু কি উপায় আছে কোৱা ? জীয়াই থকা হ'লে বাৰু সি কৰিলেহেঁতেন ?

: বেচেৰালৈ সঁচাই দুখ লাগিছে। তুমি বাৰু কিকুচিৰ কথাবোৰ আইভানক ক'বানে ?

: কিয় নকম ? ইয়াত লুকুৱাবলগীয়ানো কি আছে ? এইবোৰ শুনিলে আইভানে বৰঞ্চ আমোদহে পাব।

দুয়ো অনেক সময় ধৰি কথা পাতি থাকিল। বহু দিনৰ মূৰত লগ হৈছে দুয়োৰে। তাপৰ্শি বীতা যে এদিন খুৰি আহিব জুলিয়ে কল্পনাই কৰিব পৰা নাছিল।

পিছ দিনা পুৱাতে দুয়ো বান্ধৱী জুলিৰ গাড়ীতে উইলমিংটন চহৰ অভিমুখে যাত্ৰা কৰিলে।

বাটতো দুয়োৰে কথাৰ শেষ নহ'ল। ইটোৰ পিছত সিটোকৈ কথা চলিয়েই থাকিল। কথাৰ মাজতে এবাৰ এটা দীৰ্ঘশ্বাস এৰি বীতাই ক'লে,: কিকুচিক মই লগ নোপোৱা হ'লেই সম্ভৱ আটাইতকৈ ভাল আছিল। সিবোৰ হৃদয়ত এটা খাব স্বষ্টি কৰি থৈ গ'ল।

: কিকুচিক নোপোৱা হ'লেতো তুমি আইভানকো নাপালাহেঁতেন। — জুলিয়ে ক'লে।

এটা দীঘল হুমুনিয়াহ এৰি বীতাই পুনৰ ক'লে,: ঠিকেই, কিকুচিক নোপোৱা হ'লে মই আইভানকো নাপালোহেঁতেন।

: কেতিয়াবা আকৌ সেই দ্বীপলৈ যাবলৈ মন যাবনে ?

: গ'লোঁহেঁতেন, যদিহে কিকুচি জীৱিত থাকিলহেঁতেন।

উইলমিংটন যিমানে ওচৰ চাপি আহিল, ৰীতাৰ মন সিমানে চঞ্চল হৈ পৰিল। কিবা এক বুজাব নোৱাৰা আনন্দত ৰীতাৰ দুচকু অশ্ৰুৰে ভৰি পৰিল। অতিপাত আনন্দতো মানুহে কান্দে। জুলিয়ে ৰীতালৈ চাই হাঁহি মাৰি উচ্চাৰণ কৰিলে, পাগলী !

এটা সময়ত গাড়ী আহি উইলমিংটন চহৰত প্ৰৱেশ কৰিলে। সৰু চহৰ। তাঁতেই আইভান থাকে।

: আমি হঠাৎ আহিলোঁ কোনো খবৰ নিদিয়াকৈ, যদি আইভানক নাপাওঁ ? তেওঁ ব্যস্ত মানুহ। যদি ইতিমধ্যে কৰবালৈ গৈছে ?—জুলিয়ে প্ৰশ্ন কৰিলে।

: আইভানক নোপোৱা পৰ্যন্ত আমি আইভানৰ ঘৰতে থাকিম। এদিন নহয় এদিন আইভান নিশ্চয় ঘূৰি আহিব।

: তুমি কি বলিয়াৰ দৰে কথা কৈছা ?

: ধৰি লোৱা সেইখন মোৰেই ঘৰ। —কপাষাৰ কৈ ৰীতাই খিলখিলাই হাঁহি দিলে।

এটা প্ৰকাণ্ড ঘৰৰ সমুখত জুলিয়ে গাড়ীখন ৰাখিলে। এই ঘৰতে আইভান থাকে।ভাড়াঘৰ। কিমান নিশা ৰীতাই আইভানৰ লগত এই ঘৰতে কটাই দিছে। ৰীতাই জুলিলৈ চাই হাঁহি এটা মাৰি গাড়ীৰ পৰা নামিল আৰু জুলিক উদ্দেশ্যি ক'লে, : আহা।

জুলিও গাড়ীৰ পৰা নামি ৰীতাৰ সৈতে অগ্ৰসৰ হ'ল। বন্ধ দুৱাৰৰ সমুখত বে'ল বজোৱাৰ লগে লগে এজনী বুঢ়ী মানুহে দুৱাৰখন খুলি দিলে। বুঢ়ীক দেখিয়েই ৰীতাই চিনি পালে। আইভানৰ ঘৰত কাম কাজ কৰে।

: মিচেচ পামেলা !—ৰীতাই হাঁহি এটা মাৰি মাত লগালে।

: আপুনি !—বুঢ়ীয়ে ৰীতাক দেখি অবাক হ'ল।

: আইভান ক'ত ?—ৰীতাই প্ৰশ্ন কৰিলে।

: আহক, আহক ভিতৰলৈ আহক। —দুয়োকো ভিতৰলৈ মাতি নিলে বুঢ়ীয়ে।

দুয়োগৈ ভিতৰ কোঠাত বহিল।

: কিন্তু আপুনি...... । —বুঢ়ীৰ কথা শেষ নোহওঁতেই ৰীতাই পুনৰ ক'লে

: এইবোৰ সকলো শুনিবলৈ পাবা; আগতে কোৱাচোন আইভান ক'ত ?

: তেখেত এইমাত্ৰ আহি পাবহি। —বুঢ়ীয়ে কোনোমতে কথাষাৰ ক'লে।

: ঘৰটো ইমান ধুনীয়াকৈ সজাইছা, কিবা উৎসৱ আছে নেকি ?—জুলিৰ কথাত বীতাই তেতিয়াহে ঘৰটোৰ চাৰিওকালে চকু ফুৰালে।

: বা :. কি সুন্দৰ সজাইছে ! নিশ্চয় মই অহাৰ খবৰ পাইছে আইভানে আৰু মোক স্বাগতম জনাবলৈকে সজাই ৰাখিছে জানা জুলি !—বীতাই ক'লে।

: ক'ত গৈছে বাৰু আইভান ?—এইবাৰ জুলিয়ে বুঢ়ীক সুধিলে।

: নিশ্চয় মোৰ খবৰ ল'বলৈকে গৈছে। —বীতাই ক'লে।

: নহয় নহয়; যোৱা কালি—

: যোৱা কালি কি ?—বুঢ়ীৰ কথা শেষ নোহওঁতেই বীতাই সুধিলে।

: যোৱা কালি তেখেতৰ গীৰ্জাত বিয়া হৈ গৈছে।

: বিয়া ?—বীতা উচপ খাই উঠিল।

: হয়। যোৱা কালি তেখেতৰ বিয়া হৈ গৈছে।

: কা-কাৰ লগত ?

: নীনা চাৰ্লচৰ লগত।

বীতাই অসহায় ভাৱে জুলিলৈ চালে। জুলি হতভম্ব।

: জু......লি !—হঠাৎ বীতাই জুলিক সাৱটি ধৰি কান্দোনত ভাগি পৰিল।

জুলিয়ে কি বুলি সান্ত্বনা দিব ভাবিয়ে নাপালে।

: আইভানে মোৰ কাৰণে কিয় অপেক্ষা নকৰিলে জুলি ?

: নাকান্দিবা বীতা, আমি যাওঁগৈ ব'লা।

হঠাৎ বে'লটো বাজি উঠিল।

: তেখেত আহিছে। —বুঢ়ী লগে লগে নাছিৰ ওলাল।

: জুলি, মই তেওঁৰ মুখ নাচাওঁ। তেওঁ নিষ্ঠুৰ। চোৱা, মই হাজাৰ বিপদৰ মাজতো তেওঁক পাহৰিব পৰা নাছিলোঁ আৰু........। —বীতাই আৰু ক'ব নোৱাৰিলে। লৰি গৈ এটা কোঠাৰ ভিতৰত সোমাল।

ইতিমধ্যে আইভান আৰু নীনা আহি তাত উপস্থিত হ'ল।

: জুলি, তুমি ?—আইভানে জুলিক দেখি আচৰিত হ'ল।

জুলিয়ে কৰুণ দৃষ্টিৰে আইভান আৰু নৱ পৰিণীতা নীনালৈ চালে।

: বীতাও আহিছে। —জুলিয়ে কোনোমতে উত্তৰ দিলে।

: বীতা ? কোন বীতা ?—বীতাৰ নাম শুনাৰ লগে লগেই আইভান উচপ খাই উঠিল।

: তোমাৰ বীতা।

: ক'ত ? ক'ত বীতা ?

জুলিয়ে কোনোমতে নিজৰ অশ্রু ধাৰাক ৰোধ কৰি কোঠা এটাৰ কাষে

আঙুলিয়াই দেখুৱালে। আইভান লৰি গ'ল কোঠাটোৰ ফালে। পিছে পিছে নীনা।

: এয়া কি ? ৰীতা তুমি এয়া কি কৰিলা ?—আইভান কোঠাত সোমায়েই চিঞৰি উঠিল।

তাকে শুনি জুলিও লৰি গ'ল।

কোঠাৰ মাজ মজিয়াতে ছুৰীবিদ্ধ হৈ ৰীতা পৰি আছে। টেবুলত থকা ফল মূলৰ প্লেটখনৰ পৰাই ছুৰীখন লৈ ৰীতাই নিজৰ বুকুৰ মাজত বহুৱাই দিছে।

ৰীতাই শেঁতা দৃষ্টিৰে আইভানলৈ চালে। কিবা ক'ব খুজিছিল, কিন্তু এটা কথাও ফুটি নোলাল।

: ৰীতা !—জুলিয়ে ৰীতাক সাৱটি ধৰি হুকহুকাই কান্দিবলৈ ধৰিলে।

ৰীতাই সামান্য ইঁহাৰ দৰে কৰি নিজৰ বুকুখন জুলিক দেখুৱাবলৈ চেষ্টা কৰিলে। নিজৰ তেজেৰেই নিজৰ বুকু ৰাঙলি কৰি ল'লে ৰীতাই।

: মো-মোৰ বু-কুত কি..কুচিৰ তে..জ....—তাৰ পিছত আৰু ক'ব নোৱাৰিলে ৰীতাই। চিৰকালৰ বাবে ৰুদ্ধ হৈ গ'ল আইভানৰ প্ৰেম আকলুৱা ৰীতাৰ কণ্ঠ।

: অন্ত :